# মন মাটি মানুহ

যমুনা কলিতা

আজিব প্ৰতিনিধি পাব্লিকেচন



**MON MATI MANUH**
*A collection of modern Assamese Stories*
by **JAMUNA KALITA**
and Published by **Arup Kumar Sharma, Binoy Kumar Sarma**
on behalf of Ajir Pratinidhi Publication, Silpukhuri, Guwahati- 3
Price : Rs. 100/-

প্ৰথম প্ৰকাশ ঃ মাৰ্চ, ২০১০
যমুনা কলিতা
প্ৰকাশক ঃ অৰূপ কুমাৰ শৰ্মা, বিনয় কুমাৰ শৰ্মা
আজিৰ প্ৰতিনিধি পাব্লিকেচন, শিলপুখুৰী, গুৱাহাটী- ৭৮১০০৩
ম'বাইল ঃ ৯০৮৫৩-১৩৬২৮, ৯৮৫৪৮-০২৩১১
প্ৰচ্ছদ ঃ পূনম কলিতা চৌধুৰী
প্ৰচ্ছদ অংগসজ্জা ঃ সোনা গ্ৰাফিক্স
মূল্য ঃ ১০০.০০ টকা
মুদ্ৰকঃ আজিক প্ৰেছ,গোপীনাথ বৰদলৈ পথ
আমবাৰী, গুৱাহাটী-১

# মনৰ দুই এষাৰ ...

কেতিয়াবা দেখা, কেতিয়াবা শুনা, কেতিয়াবা অনুভৱ কৰা সুখ-দুখৰ কথাবোৰে বুকুৰ মাজত উমনি লৈ কলমৰ মাজেৰে নিগৰি আহিলে যদি গল্প হয় তেন্তে মোৰ লিখাবোৰো গল্প হ'লেও হ'ব পাৰে। সৰুৰেপৰা গল্প, উপন্যাস পঢ়া আৰু লিখাৰ তাগিদাত, স্কুলত পঢ়োঁতেও হাতে লিখা আলোচনী উলিওৱাৰ হেঁপাহে বাতিৰ আধালৈকে চকুৰ টোপনি হৰিছিল। সাংসাৰিক জীৱনতো নানা ঘাত-প্ৰতিঘাতৰ মাজত মন থাকিলে সময় নোহোৱা, কাগজ থাকিলে কলম, কলম থাকিলে কাগজ নোহোৱা এশ এবুৰি সমস্যাৰ মাজেৰে লিখা গল্পবোৰ মাজে মাজে আকাশবাণী, কেতিয়াবা আলোচনীলৈ পঠাওঁ। প্ৰকাশ হ'লে সন্তান এটা জন্ম দিয়া মাতৃৰ দৰে তৃপ্তিত মন উপচি পৰে। মানুহৰ জীৱননো কেইদিনীয়া? ভাবিছো থাকোঁতেই ইহঁতৰ গত এটা লগাই যোৱা ভাল। 'মন মাটি মানুহ' তাৰেই ফলশ্ৰুতি। গৃহস্থৰ উদগনি, জী-জোঁৱাই, পো-বোৱাৰীহঁতৰ আগ্ৰহৰ লগতে পৰিয়ালৰ সকলোৰে আৰু মোৰ শুভাকাংক্ষী আপোনজনৰ শুভেচ্ছাই গ্ৰন্থখনিৰ যাত্ৰাৰ পাথেয়। জীয়াৰী পুনমৰ বেটুপাত অংকণে মাতৃস্নেহক ধন্য কৰিছে। নাতি-নাতিনীহঁতৰ গল্প শুনাৰ আগ্ৰহেও মোক লিখিবলৈ কম উৎসাহিত কৰা নাই। এই সকলোটিলৈকে মোৰ কৃতজ্ঞতাৰ লগতে সম্পাদকদ্বয়কো কৃতজ্ঞতা যাচিলোঁ, যিদুজনে আগবাঢ়ি আহি মোৰ কিতাপখনক প্ৰকাশৰ পোহৰ দেখুৱাইছে। মোৰ শ্ৰদ্ধাৰ গৃহস্থজনৰ লগতে পৰিয়ালৰ প্ৰতিজন সদস্যলৈ— যাৰ অকৃত্ৰিম মৰম-চেনেহৰ নিজৰাই মোৰ জীৱন আপ্লুত কৰি হাঁহিমুখে জীয়াই থকাৰ লগতে হাতত কলম তুলি লোৱাৰো সাহস যোগাইছে।

যমুনা কলিতা

*কনকৌলৰ নগৰ খাৰঘুলি, গুৱাহাটী - ৪*

*ম'বাইল নং : ৯৭০৭০-২৫১৫০*

# গল্পসূচী

# তীৰ্থ

বৌটিয়ে কথাটো কেইবাদিনো কৈছিল। প্ৰথমে ধেমালিৰ সুৰত দুই-এবাৰ কৈ চাইছিল। বোধকৰো কথাটোত মই গুৰুত্ব নিদিয়া বাবেই বৌটিয়ে কথাটো গভীৰভাৱে ল'লে। খিৰ দুৰণিৰ বাট নহয়। মানুহে সাত সাগৰ তেৰ নদী পাৰ হৈ গৈছে। গাড়ী বন্দোবস্ত কৰিছে বাইজ যাব। বৰদোৱা, মাজুলীৰপৰা বৰপেটা হৈ মধুপুৰ। গুৰুসকলৰ পুণ্য স্থান। জীৱনৰ আদিৰেপৰা লেদেনা উকটোতে দিন গ'ল। এতিয়া শেষ বয়সতো যদি অকণমান সিপাৰৰ সমল সঞ্চয় কৰা নহয় তেন্তে মানৱ জীৱন ধৰাৰ সফলেই ক'ত? মনৰ এইকণ হেঁপাহকে পূৰাব নোৱাৰিলেনো পো-জীক তোলাৰ, কুকুৰ ওঁঠৰ আধাৰ খুৱাই ডাঙৰ কৰাৰ সাৰ্থকতাই ক'ত? মন কৰিলো বৌটিৰে কিছু দিনৰপৰা সুকলা পালেই বাৰ কুৰি অভিযোগৰ ফিৰিস্তি এখন গাঁৰলৈ লৈছে। কিছুদিনৰপৰা মানে যোৱা ভাদত সমূহীয়া নামত আইসকলে তীৰ্থ ভ্ৰমণৰ আঁচনি লোৱাৰ পৰায়। ঘৰলৈ আহি বৌটিৰে মোক কথাটো সুধিছিল যদিও মই—'যাবে তাৰে লগত অতমান দূৰ গৈ কষ্ট পাব নালাগে' বুলি কোৱাৰপৰাই বৌটিৰ খং। মোক পোনে পোনে একো কোৱা নাই যদিও আওপকীয়াকৈ কথা শুনাবলৈও বাকী এৰা নাই। এদিন নলিনীয়েও মোক ক'লে। বুজিলো কথা গহীনেই। ওচৰ-পাজৰৰ ভালেখিনি লোকে যাবলৈ ওলাইছেই।

এৰা, গোটেই জীৱনটো বৌটিয়ে দুখৰ বাট লেখোতেই গ'ল। এতিয়া যেনিবা অকণমান সুখৰ মুখ দেখিছে। ছোৱালী দুজনীৰো অৱস্থা নদন-বদন নহ'লেও পৰিমৰাও নহয়। বৌটিলৈ সিহঁতৰ বৰ মৰম। জোঁৱাই দুটাইও বৌটিক নিবলৈ চিপিয়াই থাকে। পিছে ঘৰখন এৰি বৌটি কৰঁকে নাযায়। গ'লেও বৰ জোৰতহে তিনি দিন। তাতে মিতা আৰু মুৰুলী হোৱাৰপৰা বৌটিয়ে ঘৰ এৰিবলৈ মন নকৰা হ'ল। বৌটি নোহোৱা ঘৰখনৰ কথা ভাবিবলৈকে সেয়ে বেয়াই লাগে।

সৰুৰেপৰা দেখি আহিছোঁ বৌটিয়ে পথাৰৰ কাম নাথাকিলে ঘৰতে তাঁতে সূতে লাগি আছে নতুবা বাৰীত শাক-কন খুচৰি আছে। এতিয়া বোৱাৰী অহাৰপৰা অৱশ্যে বৌটি অলপ নিচুৰীয়া হৈছিল। সেয়ে আবেলি আইসকলৰ লগত সিটো চুবুৰীত বৰ নামঘৰত নাম-কীৰ্তনতো ভাগ ল'বপৰা হৈছিল। মিতা আৰু মুৰুলীৰ জন্মৰ পিছত জঞ্জাল আৰু বাঢ়িল। সিহঁতৰ জা-জঞ্জাল মাৰি সিহঁতৰ স'তে খেল-ধেমালিতে সময় যায়। মাকতকৈও সেয়ে সিহঁতে আইতাকহে লগ লয়।

মই চাৰি মাইল দূৰৰ স্কুল এখনত শিক্ষকতা কৰোঁ। মাহেকত গোৱা টকাকেইটাৰে ঘৰৰ ছমাহ জোৰাকে মাটিৰ ধানখিনি নোপোৱা হ'লে চলাই টান হ'লহেঁতেন। বাৰীতে হোৱা শাক-

পাচলিৰে জোৰা মৰেহে কোনোমতে। বৌটিৰ কথাখিনিয়ে মোক অলপ চিন্তাতে পেলালে। তিনিখনকৈ বিয়াৰ জেঙা মাৰি কম দামত মাটি অকণমান পাই ধাৰতে টৌ খেলাই লৈ পেলালো। এতিয়া বৌটিক পঠিয়াবলৈ হ'লে অহা-যোৱা-খোৱাৰ বাৰশ টকাৰ উপৰিও কিছু নতুন কাপোৰ-কানি, গৰম কাপোৰ আৰু হাত খৰচৰ বাবে কমেও সাত-আঠশ অৰ্থাৎ দুহেজাৰ টকাৰ খৰচ। তথাপি কিবা এটা কৰিব লাগিব। মাতৃ ঋণ শুজাটো সন্তানৰ বাবে সম্ভৱ নহয়, তথাপি যিখিনি পৰা যায় তাকে নকৰাকৈ থাকিলে দোষৰ ভাগি হ'ব লাগিব। স্থূলত অলপ পাবলগীয়া আছে, পাছবুকৰ পইচাৰে এহেজাৰমান হ'ব। বাকীখিনি কাৰোবাৰপৰা ল'ব লাগিব। কথাটো গুণাগঠা কৰি থাকোতেই এদিন ৰমা পেহী আহি ওলাল। পেহী বয়সত বৌটিৰ সমানে হ'ব যদিও আদৰীয়া যেনহে দেখি।

ইটো-সিটো কথাৰ মাজতে পেহীয়ে মোক চাব মাৰি ধৰিলে— 'হয়নে বাজেন, বৌৰেৰ তীৰ্থলৈ যোৱাটো কি কৰিছ। এইবয়সত তীৰ্থলৈ গৈ অলপ ধৰ্ম কৰ্ম কৰি নল'লে সিপুৰীলৈনো কি লৈ যাম? তই চিন্তা নকৰিবি, ময়ো যাম নহয়। মাৰক নপঠিওৱাতো নকৰিবি। গোটেই জীৱনটো মাৰে তহঁতক মানুহ কৰিবলৈ চেষ্টাৰ ত্ৰুটি কৰা নাই। এতিয়া তহঁত মানুহ হলিহঁক। এতিয়া তহঁতৰ কৰ্তব্য কৰিলেহে তহঁতক জন্ম দিয়া সফল হ'ব।'

পেহীৰ যুক্তিৰ আগত নতি স্বীকাৰ কৰি মই তেওঁক জনালো যে, বৌটিক পঠোৱাটো ঠিক কৰিছো। মোৰ কথাখিনি শুনি তেওঁৰ মুখৰপৰা ওলাই অহা হাঁহিৰ ৰেঙনিয়ে মোৰো মনটো পোহৰাই তুলিলে।

অলপ পিছতে ৰমা পেহী গ'ল। বৌটিয়ে থাকিবলৈ ধৰিছিল। পেহীৰ ভৰা ঘৰ। গৰু-গায়ে, পোৱে-নাতিয়ে ৰজনজনা। শুনিছো ৰমা পেহীক বিয়া দিবলৈ গৈয়ে দেউতা বেমাৰী হ'ল। দেখিবলৈ ধুনীয়া ৰমা পেহীৰ ৰূপ দেখি ধনী মৌজাদাৰৰ ঘৰে পছন্দ কৰাত ধনীৰ ঘৰত উপযুক্ত মৰ্যাদাৰে বিয়া দিবলৈ যাওঁতে দেউতাই বাপতি-সাহোন মাটিৰ আধাখিনি বন্ধকত দিলে। পিছত সেই মাটি মোকোলাবলৈ হাড়ভগা পৰিশ্ৰম কৰিব লগা হ'ল দেউতা আৰু বৌটি দুয়ো। দেউতা আৰু বৌটিৰ অশেষ যত্নত পথাৰ সোণালী শইচেৰে হালি-জালি নৃত্য কৰিলে। এদিন ভঁৰালত লখিমী চাপিল। দুবছৰ জোৰাকৈ ধান পাই দেউতাৰ মুখত হাঁহি বিৰিঙিল। এবছৰৰ ধান বেচি মাটিখিনি মোকোলাব পাৰিলে আৰু চিন্তা নাই। পিছে সেই হাঁহি দেখি নিয়তিয়েও হাঁহিছিল মনে মনে। বিয়াৰ আগতে দেউতাৰ তীব্ৰকপে জ্বৰ উঠিল। লগতে পিঠিত এটা অদ্ভুত বিষ আৰম্ভ হ'ল। লাহে লাহে বিষটোৱে গোটেই মানুহটোকে কোঙা কৰি পেলালে। তিনিটা এমাডিমা ল'বা-ছোৱালীৰে নিৰুপায় হৈ ধান বেচি সেই ধনেৰে দেউতাক যোৰহাট চিভিলত দেখুৱালে। এমাহ হস্পিতালত থাকি ডাক্তৰৰ উপদেশমতে সম্পূৰ্ণ জিৰণি লোৱাৰ পৰিবৰ্তে বৌটিৰ হা-হা কা-কা অৱস্থা দেখি আকৌ কামত ধৰিলে। ফলত বেমাৰটোৱে পুনৰ উক দি অৱস্থা দিনক দিনে বেয়ালৈ আনিলে। ঔষধ-পাতি, জৰা-ফুকাইও কাম নিদিয়া

হ'ল। অৱশেষত বন্ধকত দিয়া মাটি কেইডৰালে চাই হুমুনিয়াহ পেলাই, অসহায় ল'ৰা-ছোৱালীকেইটাৰ ভৱিষ্যত আৰু বৌটিৰ উদং ডিঙি, হাতলৈ চাই দেউতাই এদিন চকু মুদিলে। ছবছৰীয়া মই দেউতাক বগা কাপোৰেৰে ঢাকি নিয়া দেখি ভাবিবইপৰা নাছিলো যে তেওঁ আৰু কেতিয়াও ঘূৰি নাহে।

বহুত দুখ, বহুত অনাটনৰ স'তে যুঁজি যুঁজি এদিন আমি ডাঙৰ হ'লো। বৌটিয়ে ওৰে দিনটো তাঁত সূত বই হাতত থকা মাটি কেইডৰা আধিত দি ঘৰৰ পৰৰ বোকা কঠিয়া কই আমাক টোপ পৰিবলৈ নিদিয়াকৈ মানুহ কৰিলে। মই মেট্ৰিকৰ দুৱাৰদলি পাৰ হৈয়ে হঠাতে সুবিধা এটা পাই হুমাইল আঁতৰৰ প্ৰাইমাৰী স্কুল এখনত শিক্ষক হৈ সোমালো। এইবাৰ বৌটিৰ সতে যুটীয়াভাৱে আৰম্ভ হ'ল ভুবিৰ ধৰা সংসাৰ নাওখনক চক্কালি বখাৰ প্ৰচেষ্টা। মোৰ সামান্য দৰমহা কেইটাকে সাঁচি নিজৰ সাঁচতীয়া ধন মিলাই বৌটিয়ে লাহে লাহে দেউতাৰ অন্তিম ইচ্ছা মাটিকেইডৰা মোকোলাইল'লে। তাৰ পিছত বিশেষ কষ্ট নকৰাকৈয়ে সাধাৰণভাৱে ভনী দুজনীকো দুঘৰলৈ উলিয়াই দিয়া হ'ল। বৌটিৰ গাটো মুকলি হ'ল যদিও অকলশৰীয়া ঘৰখন বৌটিয়ে আকৌ সজীৱ কৰি তোলাৰ অজুহাতত মোৰ বিয়াৰ বাবে উঠি-পৰি লাগিল। এদিন বৌটিৰে পচন্দৰ ছোৱালী নলিনী এটি অনুষ্ঠানীয়া আয়োজনৰ মাজেৰে মোৰ জীৱনৰ লগৰী হৈ আহিল। বৌটি সুখী হ'ল। বোৱাৰীয়েকৰ হাতত তেওঁৰ সকু সাম্ৰাজ্যখন গতাই দি কেতিয়াবা নামঘৰ আৰু কেতিয়াবা ইঘৰ-সিঘৰ ফুৰিব পৰা হ'ল। তাৰ পিছত মুকলী আৰু মিতা আহিল। বৌটি আকৌ ঘৰতে সিহঁতৰ মৰমত বন্দী হ'ল।

তাৰ পিছত এয়া বেছিদিনৰ বাবে বৌটিৰ ঘৰ এৰি থকাৰ আয়োজন। জ্ঞান হোৱাৰেপৰা বৌটিক এইখন ঘৰৰ অপৰিহাৰ্য অংগ হিচাপে দেখি আহিছো। সেয়ে হয়তো বৌটি নোহোৱা ঘৰখনৰ কথা ভাবি বুকুখন ক'ৰবাত শুদা শুদা যেন লাগি আছে।

দিনবোৰ সৰাপাতৰ দৰে সৰি এদিন মাঘ বিহু আহিল। বৌটিৰ ব্যস্ততা বাঢ়িল, ইখন-সিখন সামৰি থোৱা জলকীয়া, বেঙেনাৰ সাঁচলৈ বখা গুটিখিনিৰপৰা আৰম্ভ কৰি নলিনীক নানান ধৰণৰ দিহা দিয়া আৰু ক'ত কি।

'বোৱাৰী, গুৰুৰ সময়ত ঘৰৰ দুৱাৰ ভালদৰে চাই-চিতি মাৰিহে শুবি। বাৰীৰ লাই আৰু কবিখিনিলৈ মন কৰিবি যাতে ছাগলীয়ে মুখ নিদিয়ে।'

'বৰ মইনা, তই ভালদৰে অহা-যোৱা কৰিবি। মই ঘৰত নথকাত ক'তো ৰাতি নকৰিবি। মুকলী আৰু মিতাক লৈ তাই ভয় কৰিব। পাৰিলে সৰু খুলশালীয়েৰকে কৰি এইকেইদিন ইয়াতে থাকিবাহি।'

বৌটিৰ উপদেশ শুনি শুনি মোৰ হাঁহিয়ে উঠি যোৱা হ'ল। মাত্ৰ দহদিনৰ বাবে ঘৰ এৰি যোৱা কথা। বৌটিক এদিন ধেমালিতে ক'লো, 'বুজিছ বৌটি, তীৰ্থলৈ গ'লে হেনো ঘৰৰ মায়া এৰি যাব লাগে; তই পিছে বিদৰে ঘৰৰ কথা চিন্তা কৰিছ, চাবি আকৌ কোনোবাই জগন্নাথত সৰিয়হডৰা দেখাৰ দৰে তই ঘৰখনকে দেখিবি।'

মোৰ কথা শুনি বৌটিয়ে অলপপৰ তভক মাৰি থাকি হুমুনিয়াহ এটা কাঢ়ি ক'লে, 'এৰা বোপাই, চকু দুটা নুমুদালৈকে ঘৰখনৰ মায়ানো তেজো কেনেকৈ? আমি মোহত বন্দী জীৱ নহয় জানো?'

বৌটিয়ে ধেমালি কৰোতে বেয়া পালে বুলি মনটো বেয়া লাগি গ'ল। মোৰ মনৰ কথা বুজিয়ে বৌটিয়ে ক'লে, 'বৰ মইনা, তই ধেমালিহে কৰিছ, মই বেয়া নাপাওদে। সংসাৰত তইঁতৰ বাহিৰেনো মোৰ কোন আছে?'

আচলতে মুখেৰে তেনেদৰে ক'লেও ভিতৰে ভিতৰে মইয়ো চিন্তিত আৰু তৎপৰ হৈ উঠিছিলো। কেতিয়াও কেনিও নোযোৱা বৌটিয়ে ইমানদূৰ বাট আহকালে পায় নেকি? জাৰৰ দিন। ক'ৰবাত অসুখে-বিসুখে নপৰিলেই ৰক্ষা।

মাঘ বিহুৰ উৰুকাৰ দিনা চোতালতে বৌটিয়ে মাটিমাহ কেইটামান জাৰি আছিল। বাঢ়নী এটাৰ তোলো বুলি ময়ো কাষতে মুঢ়া এটাত বহিলো। কথাৰ চলতে বৌটিয়ে যেন বাটত ভালদৰে চলে তাকে বুজাইছিলো। জাৰৰ দিন, তাতে নিশকটীয়া গা; মোৰ কথা শুনি বৌটিয়ে জৰা মাহকেইটা খৰাহীটোলৈ ঢালি দি ক'লে, 'মোৰনো আৰু কেইটা দিন বোপাই, সকলো তেওঁৰেই ইচ্ছা। তীৰ্থলৈ বুলি ওলাইছো, ঘূৰি নাহো যদি বেজাৰ কৰিবলগীয়া কিটো আছে? তেৰাৰ চৰণত ঠাই পোৱা বুলি ভাবিবি। এদিনতো যাবই লাগিব।'

বৌটিৰ কথাখিনি শুনি মনটো উদাস লাগি গ'ল। তীৰ্থ যাত্ৰা মানে মোহ ত্যাগ নেকি? বৌটিয়ে এয়া তীৰ্থ যাত্ৰাৰ নামত মোহ ত্যাগৰ চিন্তা কৰিছে নেকি? হঠাৎ এটা কৰুণ মাতত উচপ খাই ঘূৰি দেখিলো জৰাজীৰ্ণ মলিয়ন কাপোৰেৰে কাষৰ চুবুৰীৰ মাণিকি বৌ। গিৰিয়েক মানিৰাম দুবছৰ আগৰেপৰা কিবা এটা অচিন বেমাৰত ভুগি হুমাহমান আগতে ঢুকাল। তেতিয়াৰেপৰা কেঁচুৱাটোৰ কান্দোন আৰু পেটৰ ভোক সহিব নোৱাৰি মাণিকী বৌয়ে ঘৰে ঘৰে ধান-চাউল বানি, বোকা মাটি কই পেটৰ ভাত মুঠি মোকোলোৱাৰ দিহা কৰিলে। পাঁচ বছৰীয়া সৰু ল'ৰাটোৰেও ফটা গেঞ্জি এটা পিন্ধি বাটৰ কাষত খৰি-মাৰি বুটলি ফুৰা দৃশ্যটো এসময়ত সকলোৰে বাবে সহজ হৈ পৰিল।

কথাটো বেছি ভাবিবলগীয়া নাছিল। দৰিদ্ৰতা গাঁৱৰ ভিতৰলৈকে শিপাইছে। দুদিনৰ সহায়-সহানুভূতিৰে তাক নিৰ্মূল কৰিব নোৱাৰি। বৰঞ্চ ভিক্ষাৰ জোলোঙা লৈ বাটে-ঘাটে ঘূৰি ফুৰাতকৈ দেহা খাটি খোৱাটো অধিক সহানুভূতিৰ যোগ্য।

মাণিকী বৌ বৌটিৰ মৰমতে এনেয়েও আছে। কেতিয়াবা বেছি ধান-চাউল খুন্দিবলৈ থাকিলে বৌটিয়ে মাতি পঠিয়ায়। এনেও বৌটিয়ে মাতি আনি ল'ৰাটোলৈ কিবা-কিবি এটা দিয়ে।

আজি মাণিকী বৌৰ চেহেৰাত যেন বিপদৰ আগজাননী আছিল। আগবাঢ়ি ময়ে সুধিলো, 'কি অ', মাণিকী বৌ কিয় আহিলি?' মোৰ কথাবাৰে যেন মানুহজনীৰ কোনোমতে চেপি

ৰখা বেজাৰবোৰৰ ভেটা ভাঙি দিলে। বৌটিৰ কাষতে মাটিতে বহি পৰি মানুহজনীয়ে কান্দিবলৈ ধৰিলে।

'কি হ'ল এইজনীৰ, এইদৰে আপদ টেটাইছ কিয়? কি হৈছে ক।'

বৌটিয়ে এটা ডাবি দি সুধিলে। তাৰ পিছত কান্দোনৰ মাজতে মাণিকী বৌয়ে যিখিনি ক'লে তাৰ অৰ্থ হ'ল— আজি পোন্ধৰ দিনৰপৰা ল'ৰাটোৰ অলপ অলপ জ্বৰ হৈ আছিল। প্ৰথমে পানীলগা জ্বৰ বুলি অকলে এৰি থৈ দুদিনমান ধান দাবলৈও গৈছে। ৰবকৈ আমুনি কৰা দেখি এদিন দুচাটমান মাৰিলেও। পিছে ৰাতি ভয়ামৰা জ্বৰ উঠিল। আজি চাৰিদিন ল'ৰাটোৱে চকু মেলি চোৱাইনাই। কালি উপায়হীন হৈ ভতিজাকৰ হতুৱাই বগাজান হস্পিতালৰ ডাক্তৰক মতাই আনিছিল। ডাক্তৰে ভিজিট ল'লে একুৰি টকা। পিছে তেওঁৰমতে লক্ষণ হেনো ভাল দেখা নাই। তেওঁ তত্‌আলিকে ল'ৰাটিক বোকাহাট চিভিল হস্পিতাললৈ নিবলৈ কৈছে। কথা শুনি তাইৰ জীৱ কেনি গৈছে ক'ব পৰা নাই। কালিৰেপৰা তাই ঘৰে ঘৰে কাকুতি কৰি ফুৰিছে টকাৰ বাবে। এনেয়ে নহয়, পিছত কাম কৰি ধাৰ সুজিব। কিন্তু দুখুনীলৈ কোনে চায়? সকলোৰে লেঠাহে লেঠা। তাতে বিহুৰ বতৰ। তাইৰ সকলো গৈছে। থকাৰ ভিতৰত আছে মুঠে ল'ৰাকণ, তাকো যদি ঈশ্বৰে নিয়ে তাই কি লৈ জীয়াই থাকে?

'আই, আপোনালোকে কিবা এটা নকৰিলে মোৰ ফালে চাওতা আৰু কোনো নাই। আই কিবা এটা কৰক, মই চিৰদিন আপোনালোকৰ নিকিনা বান্দি হৈ থাকিম।' শেষৰ কথাখিনি মানুহজনীৰ কান্দোনৰ মাজত হেৰাই গ'ল।

বৌটিয়ে কিবা অলপ ভাবিলে। তাৰ পিছত এৰিয়া চাদৰখন গাত লৈ মোকো থাৰ্মমিটাৰতো ল'বলৈ কৈ মাণিকী বৌৰ ঘৰলৈ খোজ ল'লে।

মানুহগৰাকীৰ অৱস্থা যে নিতান্তই বেয়া আছিল মই জানিছিলো। কিন্তু দৰিদ্ৰতা যে ইমান ভয়াবহ হ'ব পাৰে তাক মাণিকী বৌৰ ঘৰত সোমোৱাৰ আগতে বুজিবপৰা নাছিলো। জৰাজীৰ্ণ ঘৰ এটাৰ ততোধিক জৰাজীৰ্ণ বিছনা এখনত ওপৰ মুৰাকৈ শুই থকা কংকালসাৰ ল'ৰাটোৰ ডিঙিৰপৰা ওলোৱা এটা অদ্ভুত শব্দই দৰিদ্ৰতাৰ কদৰ্যতাক ভয়াবহতালৈ ৰূপান্তৰিত কৰিছিল। বৌটিয়ে অকনো দ্বিধা নকৰাকৈ ল'ৰাটোৰ কাষত বহিল। অত্যন্ত পৰিষ্কাৰ-পৰিচ্ছন্ন বৌটিক তেনেদৰে লেতেৰা বিছনাখনত বিনা সংকোচে বহা দেখি আচৰিত হ'লো। বৌটিৰ কথামতে মই থাৰ্মমিটাৰেৰে চাই গম পালো গাত যেন একুৰা জুইহে জ্বলি আছে। ১০৪° জ্বৰ। ল'ৰাটোৰ অৱস্থাটো আৰু ডাক্তৰৰ সকিয়নিৰ কথা মনত পৰি মোৰ মাণিকী বৌৰ মুখলৈ চাবলৈ ভয় লাগিল। বৌটিৰ মুখলৈ চালো। তেওঁৰ মুখত চিন্তাৰ ডাৱৰ। কিবা এটা দোমোজাত থকাৰ দৰে তেওঁৰ মনটো অস্থিৰ হৈ উঠিছে, এনে লাগিল। অলপ পিছত বৌটিয়ে মোৰ মুখলৈ চালে, দেখিলো চকুত এটা শান্ত আকাশৰ নিৰ্মলতা। লাহে লাহে মোক ক'লে, 'ইয়াক হস্পিতালত এতিয়াই লৈ যোৱাৰ দিহা কৰ বাপু।'

'বৌটি হাস্পতাললৈ নিবলৈ হ'লে টেক্সি লাগিব আৰু টেক্সিত নিবলৈ হ'লে কমেও দুশ টকা।'

'জানো'। — বৌটিয়ে ক'লে।

'কিন্তু'— মই থেৰোগেঁৰো কৰিলো। বৌটিক কেনেকৈ কও ক'ত কিমান কষ্ট কৰি মই তেওঁৰ তীৰ্থলৈ যোৱাৰ টকাখিনি যোগাৰ কৰিছো।

'ৰৰমইনা'— বৌটিয়ে শান্তভাৱে ক'লে,— 'মই জানো মোক দিবলগা পইচাখিনিৰ বাহিৰে তোৰ হাতত আৰু টকা নাই। তই তাৰপৰাই যি লাগে ইয়াৰ বাবে খৰচ কৰ। মই এইবাৰ তীৰ্থলৈ যোৱাটো হয়তো ভগৱানৰ ইচ্ছাও নহয়। আৰু এটা কথা নহয়, মই যদি তীৰ্থৰপৰা ঘূৰি আহি এই দুখিনীৰ ভগৱানে নকৰক কিবা এটা বিপদ দেখা পাও, তেন্তে মোৰ সেয়া তীৰ্থ কৰা পুণ্য নহৈ পাপহে হ'ব। তই কৈছিলি নহয় বোপাই— তীৰ্থ আমাৰ অন্তৰতে আছে। মোৰ তীৰ্থলৈ নোযোৱাৰ বিনিময়ত যদি এই মাণিকীৰ সন্তানটি আৰোগ্য হৈ উঠে, মোৰ বাবে সেয়ে পৰমতীৰ্থ হ'ব। যা ৰৰমইনা, মই শুদ্ধ মনেৰে দিবলৈ কৈছো।'

চাদৰৰ আঁচলেৰে ওলাই অহা চকুপানীখিনি মোহাৰি বৌটিয়ে নিজকে নিজে ক'লে— 'সন্তানতকৈ মাকৰ বাবে ডাঙৰ ধন আৰু একো নাই, একো ডাঙৰ তীৰ্থ নাই।'

মাণিকী বৌৰ ভতিজাক আৰু দুজনমান ল'ৰাৰ সহায়ত নিমাতীৰপৰা টেক্সি অনাই যেতিয়া যোৰহাট চিভিল হাস্পতাল পালো তেতিয়া বেলি লহিয়াইছে। হাস্পতালত পৰীক্ষা কৰোৱাৰ পিছতে অসুখৰ গুৰুত্ব দেখি লগে লগে কেবাজনো ডাক্তৰে পৰীক্ষা কৰি পলমকৈ অনাৰ বাবে ধমকি দি বিশেষ চিকিৎসাৰ ব্যৱস্থা কৰা দেখি মনটো ভাল লাগিল। ডাক্তৰে কোৱা মতে তৎক্ষণাতে লগা হোৱা ঔষধ-পাতি কিনি দি মাণিকী বৌক দৰকাৰত খৰচ কৰিবলৈ কিছু পইচা দিওতে কেনেকৈ প্ৰায় ছুশ টকা উৰি গ'ল হিচাপকে কৰিব নাপালো। যেতিয়া ঘৰ পাও তেতিয়া উৰুকাৰ ভোজভাতৰ আনন্দত মতলীয়া চেমনীয়াৰ উদুলি-মুদুলি, নামঘৰত বাইজৰ হৰিনামৰ ধ্বনি আৰু ঘৰে ঘৰে লাডু-পিঠাৰ মধুৰ গোন্ধে গাঁওখন মুখৰিত কৰি তুলিছে। বৌটিয়ে বাৰাণ্ডাতে বহি মোৰ কাৰণেই অপেক্ষা কৰি আছিল। মুখ-হাত ধুই নলিনীয়ে দিয়া চাহ-পিঠা খাই বৌটিক সকলো ভাঙি-পাতি কৈ ভগৱানে যে কোনোমতেহে ৰক্ষা কৰিছে বুলি কোৱাত বৌটিয়ে শুনি স্বস্তিৰে নিঃশ্বাস পেলাই ওপৰলৈ হাতযোৰ কৰি সেৱা জনালে।

প্ৰথম মাঘৰ দিনা বাইজৰ হৰিধ্বনি আৰু আয়তিৰ উৰুলিৰ মাজত ৰমলোৱা মধুপুৰৰ তীৰ্থ যাত্ৰীৰ দলটো লৈ বাছখনে যাত্ৰা আৰম্ভ কৰিলে। বৌটি নোযোৱাটো খাটাং জানি ৰমা পেহীয়ে মোলৈ চোৱা দৃষ্টিত যেন মোৰ অসমৰ্থতাৰ প্ৰতি ইংগিতহে লুকাই আছিল।

গাড়ী যোৱাৰ পিছত মই ভয়ে ভয়ে বৌটিৰ ফালে চালো। নামঘৰৰ দুৱাৰমুখত থিয় হৈ বৌটিয়ে গাড়ীখন যোৱাৰ ফালে চাই আছিল। বৌটিৰ মুখখন আবেলিৰ সোণালী এক অপূৰ্ব প্ৰশান্তিৰ আভাই উজ্জ্বল কৰি তুলিছিল। মই একেথৰে চাই ৰ'লো। লাহে লাহে মোৰ চকুপানীৰ মাজত মোৰ চিনাকি বৌটিজনী হেৰাই গৈ নামঘৰৰ বিশাল মণিকূট হৈ পৰিল। □

# মন বিৰিণাৰ জুই

স্কুলৰপৰা আঢ়ৈ মাইল বাটকুৰি বাই ভাতকেইটা খাই উঠিছোহে মাথোন ভণ্টীয়ে চিঞৰ লগালে 'বাইদেউ বেগাই আহচোন কিবা এটা চাবি আহ'— তাইৰ চিঞৰ শুনি মায়ে ভেকাহি মাৰিলে 'যা এই জনী তাই ভাগৰে-জগৰে পাইছেহি ক'লৈ যাব লাগে নো?'

মাৰ কথালৈ কাণ নকৰি ভণ্টীয়ে মোক একপ্ৰকাৰ টানিয়েই নিলে। আমি নগৰৰপৰা গাঁৱলৈ আহি থাকিবলৈ লোৱা সৰহদিন হোৱা নাই। নগৰত নেদেখা বহুতো কথা বহুত বস্তু আমাৰ বাবে স্বাভাৱিকতে কৌতূহলজনক। তাতে তাই সৰু ছোৱালী কিবা এটা আচহুৱা বস্তু দেখিলে বেছি আচৰিত হয়।

তাইৰ লগে লগে আগফালে গৈ বাৰাণ্ডাৰ এচুকে বহি থকা মানুহজনী দেখি মই জিকাৰ খাই উঠিলো। মানুহৰ শাৰীৰিক বিকৃতিও যে ইমান ভয়াবহ হ'ব পাৰে নেদেখিলে বিশ্বাস কৰা টান। মানুহজনীক দেখি ৰামায়ণত পঢ়া অষ্টাবক্র ঋষিৰ কাল্পনিক ছবিটো ভাঁহি উঠিল। আঠোটা ভাঁজত বিকৃত এই ঋষিজনে হেনো মাংসপিণ্ড হৈ ওপজা ভগীৰথক আশীৰ্বাদ দি দিব্য আকৃতি প্ৰদান কৰিছিল। সময়ত সেই ভগীৰথেই সকলোৰপৰা গংগা নমাই আনি পৃথিৱীৰ মহান উপকাৰ সাধি গৈছে। পিঠিত এটা কুজেৰে মানুহজনীৰ হাত-ভৰি সকলোতে এনে এক অস্বাভাৱিক বিকৃতি, যেন কোনোবাই প্ৰচণ্ড নিষ্ঠুৰতাৰে সকলো অংগ-প্ৰত্যঙ্গ ভাঙি মোহাৰি পেলাইছে। কিন্তু আচৰিত ধৰণে মুখখনত বয়সৰ চাপে গৰকিলেও অতি গঢ়িত। মই আচৰিত হৈ ভাবিলো গাভৰু কালত কি অপৰূপ ৰূপৱতী আছিল এই মুখৰ গৰাকিনী।

'এ আমাৰ হেকেনী বাই দেখোন?' ক'ৰবাৰপৰা পদূলিৰে সোমাই আহিব ধৰা ৰৰমাই মানুহগৰাকী দেখি মাত লগালে— 'বহুত দিনৰ মূৰত আহিলি আই ভালনে?'

'কণা গোঁসায়ে মাৰি নিনিয়ালেকে আছো দে আই আমাৰ নো ভাল বেয়া কি? খুজি মাগি খাবলৈ গোঁসায়ে ৰাখিছে আৰু। দে আই কিবা দিলে দে ঘৰ পাওঁতে ৰাতিয়েই হ'বগৈ।'

মই লৰালৰিকৈ চাউল এবাটি আনি দিলো। মানুহজনীয়ে লাঠিত ভৰ দি উঠিব খোজাত ৰৰমাই গিলাচ এটাত চাহ এগিলাচ পিঠা এখনেৰে সৈতে দিলেহি 'খা আই চাহ অকণকে খাই যা।'

বৰ হেঁপাহেৰে চাহ পিঠা খাই পানী এগিলাচ খুজি গিলাচটো থুই দি টোকোণডালত ভৰ দি হেকেন-পেকেন খোজেৰে গৈ থকা মানুহজনী নেদেখা হোৱালৈকে আমি চাই থাকিলো।

'আই ঐ দেখিবলৈ কেনে আপচু।' বুলি কোৱা ভণ্টীক 'নাপায় নহয় এনেকে ক'ব' বুলি ববমায়ে ডাবি দিয়াত আমি ঘৰ সোমালোহি। আবেলিটো ইটো-সিটো কামত ব্যস্ত হৈ থাকিলো যদিও মানুহজনীৰ ছবিটোৱে মনত আমনি কৰি থাকিল।

ববমা বয়োবৃদ্ধই নহয় ওচৰৰ গাঁৱৰে জীয়ৰী বুলিও ওচৰ-পাজৰৰ সকলো মানুহকে চিনি পায়। মানুহজনীৰ বিষয়ে জানিবলৈ মনটো খু-দুৱাই থকাৰ বাবে গধূলি পোনছাটেই ববমাৰ কাষ পালোগৈ।

ববমাই বাৰাণ্ডাতে বহি চাকি পোহৰতে এৰি সূতা কাটি আছিল। মূঢ়াটো টানি ববমাৰ কাষতে বহি ক'লো—

'ববমা'—

'কিবা সুধিবি হ'বপায়?' ববমাই মুখ মেলিলেই গৰ্ভ দেখে। আনে নজনা বহুত কথা বহুত গোপন কাহিনী ববমাৰ মনৰ ভঁৰালত খুন্দা খাই আছে। কথাবোৰ এনে নিয়াৰিকে কয় যে, শুনিলে সাধুকথা শুনা যেনহে লাগে। মই লাহেকে ক'লো— 'অথনি যে আহিছিল মানুহগৰাকী কোননো ববমা? গাটো ইমান বিকৃত অথচ মুখখন ইমান ধুনীয়া!'

'তই হবপায় অথনিৰেপৰা তাকেই পাগুলি আছ?' কাটি থোৱা সূতাখিনি টাকুৰীত ভৰাই পুনৰ সূতাডাল টানি টানি ক'লে— 'সেইবোৰ বহুত কথা দে। তহঁতে সেইবোৰ বিশ্বাস কৰিবিনে? আজিকালি তেনেবোৰ কথা শুনিলে মানুহে হাঁহি উকৰাই দিব।'

'মই শুনিম ববমা— তুমি কোৱাচোন।'

ববমায়ে দুপাকমান সূতা কাটি টাকুৰীত ভৰাই খুন্দনাৰপৰা তামোল অকণমান উলিয়াই মুখত ভৰালে। মনেৰে কিবা এটা চিন্তা কৰি থকা যেন লাগিল। ববমাৰ এইটো স্বভাব। কথাখিনি কোৱাৰ আগতে আৰম্ভণিৰেপৰা জুকিয়াই লয়।

'শুন তেনেহ'লে। কথাবোৰ ওলট-পালট হ'ব পাৰে। বহুত দিনৰ আগৰে কথা। আমাৰ গাঁও ভৰলুৰাৰ সিফালৰ গাঁওখন কাঠনী গাওঁ। সেইখনেই হেকেনী মানে তই অথনি দেখা তৰাফুলীহঁতৰ গাঁও। ওচৰা উচৰি গাঁও বিয়াই-সবাহে, পূজা-পাৰ্বনে সকলোৰে চা-চিনাকি। মই তেতিয়া এইখন ঘৰৰ বোৱাৰী হৈ অহা বেছি কাল হোৱা নাই। ডাঙৰ পোনাকণ কোলালৈ আহিছেহে। আজি তহঁতে দেখা হেকেনী তেতিয়া গোন্দৰ-বোন্দৰ বছৰীয়া জোন যেন মুখৰ তৰাফুলী বিহুৱে বিয়ানামে কোনেও চেৰ পেলাব নোৱাৰা জাকতজিলিকা গাভৰু। সৰুতে মাক-বাপেক হেৰুৱা বুঢ়ীমাকৰ আশ্ৰয়তে থাকি ডাঙৰ-দীঘল হোৱা মাউৰী তৰাফুলী বোৱনে-কাটনে বোৱা-তোলাটো আগবঢ়া। পিছে দেখিলে ডেকাৰ বাদেই বুঢ়াৰো মন পিচলা ৰূপেই কাল হ'ল তৰাফুলীৰ। গাঁৱৰে আটাইতকৈ চহকী ভদৰাম মহাজনৰ এটিয়া পো মোহনৰ মন খালে তৰাফুলীত। মোহনৰ পিৰিতিৰ মায়াত বন্দী হ'ল তায়ো। দুয়ো দুয়োকে কথা দিলে জীৱনত দুয়ো এৰা এৰি নহয়।

কথা বুলিলে বতাহ। কথাটো ভদৰামৰ কাণত পৰাত বিমান জাণ্ডৰ খাই উঠিল তাতোকৈ জকি উঠিল তোবেশ্বৰী, মোহনৰ মাক। 'আই চিকৌ! চোচোৰাই নিওতা নাই বোলো মই দোলাতহে যাও। মোৰ তিঁয়হৰ জালি যেন ল'ৰাটোক তাই বেটী বাপেক-মাকৰ মুৰখাতী শাখিনীজনীয়ে কিবা যাদু মন্ত্ৰৰে বশ নকৰিলে তাৰ চকুগৈ গোবৰৰ পাচিত পৰেগৈনে? ৰূপ? কি ৰূপৰ কথা কোৱাহে— বোৱাৰী বেটীৰ ৰূপ ধুই পানী খাব নালাগে নহয়। বংশ মৰ্যাদা জাত-কুলৰ কথাও আছে। তাই বেটী সুতকলীয়া হৈ ভাল আমাৰ কলিতা কুললৈ হাত মেলাৰ সাহ কৰিছে। সেই হাত যদি মই ভাঙিব নোৱাৰো মোৰ নামেই তোবেশ্বৰী নহয়' বুলি মোহনৰ মাকেতো ওচৰ-চুবুৰীয়াক শুনালেই আনকি এদিন তৰাফুলী আৰু আয়েককো ঘৰতে হুমিয়াই থৈ আহিল। 'বুঢ়ীমাকৰ চিনি পোৱা নাই? শাহুৰেকে নাকে-মুখে বতিয়াম বাপেকে।' লাজ অপমানত তৰাফুলী মৰামূৰ্চ্ছা যেন হ'ল। চকুৰ পানীৰে নাতিনীয়েক আইতাকৰ কেৰা সাজো ভাত লঘোণ হ'ল। মাকৰ এনে ব্যৱহাৰত মৰ্মান্তিক লাজ পাই মোহনো খঙে বিৰাগে ঘৰ এৰি পেহীয়েকৰ ঘৰলৈ গ'ল।

পুতেক ঘৰ এৰি যোৱাত তোবেশ্বৰীৰ খঙৰ কোব চৰিলহে। তাৰ পাছত অহকাণে-পহকাণে শুনা কথাবোৰ কিমান সঁচা ভগৱন্ত প্ৰভুৱেহে জানে। মানুহে কয় তোবেশ্বৰীয়ে বৰটো ককায়েকৰ বুদ্ধিমতে কুমন্ত্ৰী বেজ বেৰাইৰ ভাঁলে অহা-যোৱা কৰিবলৈ ল'লে। ইফালে মনৰ বেজাৰত লাজে-দুখে ঘৰত সোমাই থাকোতে তৰাফুলী টান নৰিয়াত পৰিল। জ্বৰো জ্বৰ তমোময় জ্বৰ। খাবলৈ দিহা নাই চিকিৎসানো কৰে কিহেৰে? তেওঁ মৰমতে ওচৰ-চুবুৰীয়াই বেজ আনীও দেখুৱালে। পিছে জ্বৰটোৱে বোল্ল বছৰীয়া গাভৰুজনীক চেপি-খুন্দি এটা সময়ত জীৱটো এৰি গ'ল যদিও মুখখন বাদদি গোটেই শৰীৰত এনে এক বিকৃতি আনিলে যে তৰাফুলী বাচি থকাতকৈ মৰাটোহে সকলোৱে ভাল বুলি ভাবিবলৈ বাধ্য হ'ল। লেকাট ভুঞ্জিব লগা কপাল বুলিয়েই নেকি মৰিও নমৰি তাই বাচি থাকিল. আৰু লাঠিলৈহে ইঘৰ-সিঘৰ কৰিবপৰা হ'ল।

তাৰ পিছৰ কথানো কি শুনিবি। মাকৰ কাবৌত মোহন ঘৰলৈ আহিল। তৰাফুলীৰ বেমাৰৰ খবৰ শুনি এদিন আহি তৰাফুলীৰ বিকৃত ৰূপটো দেখি সি মূৰে কপালে হাত দি যি ঘৰলৈ গ'ল আৰু সেইমুৱা হোৱাৰ আশাই এৰিলে।

মুখৰ আগত ক'বলৈ পা-প্ৰমাণ নাথাকিলেও দুই চাৰি মুখ চোকা তিৰোতাই তোবেশ্বৰীক শুনাবলৈ নেৰিলে বোলে এনে দু-ভাৰতত নেদেখা জ্বৰ বেজৰ কু-মন্ত্ৰৰহে ফল আই। পিছে নেদেখাজনে সকলো দেখি আছে। বাদিলৈ বিপাট সুঞ্জীৱলৈও নিশাতেই শৰ। কৰ্মফল খণ্ডাব কোনে?

তোবেশ্বৰীয়ে শুনিও নুশুনিলে। লোকৰ ভাল দেখিব নোৱাৰা চকুচৰহাই এনেবোৰ কথা ক'বই। কওঁক ভাঁলে তেওঁ পৰোৱা নকৰে। এদিন ধুমধামকৈ দুৰণিৰ গাঁৱৰ কোনোবা

ধনী-মানী মহৰীৰ জীয়ৰী লাৱণ্যলতাৰ সতে মোহনৰ বিয়া হ'ল। ৰাইজে হৰিষ কৰি উদৰ পূৰাই খালে। বেণ্ডপাৰ্টি আৰু ঢোলৰ শব্দতত গোটেই ৰাতি তৰাফুলীয়ে চকুৰ পানীৰে গাৰু তিয়াই কান্দি নিজৰ ভাগ্যকে দূষিলে।

পিছে তোৰেশ্বৰীয়ে হেঁপাহেৰে খন্দা পুখুৰীত পানী খোৱা নহ'ল। বোৱাৰী লাৱণ্যই যেনেকৈ পেৰা ভৰাই বস্ত্ৰ-বাহানি, আ-অলংকাৰ আনিলে তেনেদৰে কাঠিন মুখ এখনো আনিলে। ফলত ঘৰখনত খকা-খুন্দা লাগিয়েই থকা হ'ল। মোহনে মাকৰ কথামতে বিয়া পাতি আনিলে হয় কিন্তু ঘৰুৱা কাজিয়াত মাক বা ঘৈণীয়েক কাৰো হৈ নেমাতি নিমাত জন্তুৰ দৰে থকা হ'ল। কাজিয়াৰ মোৰ আৰু বাঢ়িল যেতিয়া লাৱণ্যৰ প্ৰথম কেঁচুৱাটো বোবা আৰু কলা হ'ল। তোৰেশ্বৰীয়ে লাৱণ্যৰ দোষ ধৰিবলৈহে পালে ওলোটাই লাৱণ্যই সকলোৰে শুনাকৈয়ে উভটি ধৰিলে বোলে 'আই হেবৌ এইবোৰ মোৰ পাপৰ ফল নহয়। কোনোবাইহে লোকৰ গাভৰু ছোৱালী পঙ্গু কৰি থোৱা পাপৰ বোজা মই অনাহকতে কঢ়িয়াব লগা হৈছে।' আগতে হ'লে এনে কথা কৈ তোৰেশ্বৰীৰ মুখৰপৰা কোনোৱা সাৰি যাব এনে সাধ্য নাছিল কিন্তু এতিয়া তোৰেশ্বৰীয়ে কথাবাৰ শুনিও নুশুনাৰ ভাও জুৰি মনৰ খং মনতে মাৰ নিয়াব লগা হ'ল। পিছে ৰাইজে পাপৰ পৰাচিত বুলি কয়' — বৰমা অকলশৰীয়া ব'ল। শেষ হ'বলৈ ধৰা এড়িখিনিৰ লগত আৰু কেইফুলামান এড়ি লগ খুৱাই সূতাভাল জোৰাই পাক দি ক'লে— 'বুজিছ আই হঠাতে এৰাতিৰ জ্বৰতে বোলে মোহনৰ বৰটো মোমায়েকৰ কাণ সমনীয়া ল'ৰাটো মৰি থাকিল। মনৰ বেজাৰত নে অনুশোচনাত অহৌবলিয়া হোৱা বাপেকটোৰ শটোও এদিন ৰাইজে পুখুৰীৰপৰা তুলি আনিলে। সিদিনা তোৰেশ্বৰীয়ে ককায়েকৰ মৰাশটোৰ কাষত মূৰ আফলিয়াই হৰাওৰাৰে কান্দিলে। লোকে কয় বোলে 'এইটো ককায়েকেই বেজৰ কথামতে তৰাফুলীৰ নামত কুমন্ত্ৰ কৰা শালিকা এটা ভৰি পাখি মোহাৰি জীয়াই জীয়াই পুতি থৈছিল।' বৰমাই দীঘল হুমুনিয়াহ এটা কাঢ়ি গুণগুণালে — 'তুমি মোক ভাঙা মন্তো তোমাক ভাঙো এ, চৈধ্য সাক্ষীক ভাঙিবে কোন উপায় ৰাম ৰাম। সঁচা-মিছা কোনে জানে কিন্তু নেদেখাজনে সকলো দেখি আছে, তেওঁৰ তুলাচনীত ক'তো হীন দেবি নহয়।'— বুলি বৰমাই হাতখন কপালত লগাই মূৰ দোৱালে।

ইতিমধ্যে মাই ভাত খাবলৈ মাতিছিল। বৰমাৰপৰা বিদায় লৈ উঠি আহিলো। কথাবোৰে বহুত ৰাতিলৈ মনটোক আমনি কৰি থাকিল।

এনেতে এজাক ধুমুহা বতাহ অহাদি আমাৰ ঘৰখনত এটা নতুন খবৰে তোলপাৰ লগালে। এমাহৰ ভিতৰতে বিয়াৰ ঠিক হৈ মই ন-কইনা হৈ গোলাঘাট পালোহি। নতুন ঘৰৰ নতুন পৰিবেশত স্বামী, শাহু-শহুৰ আৰু পৰিয়ালৰ স'তে মিলিজুলি চলাৰ প্ৰচেষ্টাৰ মাজেৰে কেতিয়া যে দুটা সন্তানৰ জননী হৈ নিজৰ জনকনকে পাহৰাৰ দৰে হ'ল গমকে নাপালো।

তিৰোতাৰ জীৱন যেন ধানৰ কঠীয়া, উভালি আনি যিখন পথাৰতে ৰোৱে তাতেই নতুন গজালি মেলে।

হঠাতে খবৰ এটাই মনটো উৰাই আনি ঘৰ পোৱালেহি। ৰবমাৰ সৰু ল'ৰা বকুলৰ বিয়া। বিয়াক মাতিবলৈ অহা ককাইদেৱে ক'লে, ৰবমাৰ গাটো হেনো ভাল নহয়, সেয়ে লৰালৰিকৈ বিয়াখন পতা হ'ল। আৰু ক'লে ৰবমাই হেনো যেনে তেনে মাতি পঠাইছে। গতিকে দহোৰন কাটি কৰি এওঁকো জোৰকৈ ছুটি লোৱাই ঘৰলৈ বুলি ওলালো।

আহি পাওতে বিয়াখন অভ্যাগতৰে উদুলি-মুদুলি। দূৰণিৰ আত্মীয়স্বজনক লগ পোৱা আৰু খা-খবৰ আদান-প্ৰদানৰ বিয়া উৎসৱবোৰ হ'ল একোটা মাধ্যম। বহু দিনৰ মূৰত আত্মীয় স্বজনসকলক লগ পাই মনটো আনন্দেৰে ভৰি পৰিল। সকলোৰে অভিযোগ দূৰণিবটীয়া ধনী-মানী স্বামী পাই মই সকলোকে পিঠি দিছো। মাক ল'ৰা-ছোৱালী আৰু জোৱায়েকক গতাই দি মই সকলোকে মাত বোল দিয়াৰ মাজেৰে এপাকত ৰবমাৰ কোঠা পালোহি। ৰবমাৰ গাটো সঁচাকৈয়ে বেয়া, প্ৰেচাৰটোৱে বৰকৈ আমনি কৰি আছে। গাৰু দুটাত আউজি ৰবমা বিছনাখনতে বহি আছিল। মোক দেখি মুখখন হাঁহিৰে উপচি পৰিল যদিও চকু দুটা সেমেকি উঠিল। ভৰি দুখন চুই মই কান্দি পেলালো। মূৰটো চুই ৰবমাই ক'লে— 'ধেৎ এইজনী নাকান্দে। গাতো বৰ ভাল নহয়— ভাবিলো কিজানি এটা হোৱাৰ আগতে বকুলকো জিৰাবলৈ গছপুলি এটা কই দি যাওঁ।' ৰবমাৰ এই উদাৰ চিন্তাধাৰাৰ বাবেই মোৰ আটাইতকৈ ভাল লাগে। তিৰোতাক আঠুৰাৰ তলৰ মহ বুলি ভৰা সমাজত ৰবমাই নাৰীক ঘৰখনৰ ধৰুণী বুলি ভবাটো কিমান জ্ঞানীৰ পৰিচায়ক।

লগ্ন সোনকালে থকা বাবে দৰা সোনকালে ওলাল। দৰাক পদূলিমুখত আগবঢ়াই দি ৰবমাক আনি বিছনাত শুৱাই দি ময়ো ৰবমাৰ কাষতে বহিলোহি। ৰবমাৰ লগত কথা পতা হোৱাই নাই। ৰবমাই মোৰ খা-খবৰ ল'লে। সৰু সৰু প্ৰশ্ন অথচ যাৰ মাজেৰে মানুহ এজনীৰ হৃদয়ৰ সকলো কথা ছবিৰ দৰে ওলাই পৰে। মোৰ উত্তৰত ৰবমা সন্তুষ্ট হ'ল। হাঁহিলে, 'তই বৰ বুদ্ধিমতী— সুখে থাকিবি।'

'ৰবমা কইনা বোলে ওচৰৰে। ছোৱালীজনী কেনেকুৱা— ভালনে?'

'অ' আমাৰ মাইতৰ গাঁৱৰ ওচৰৰে কাঠনী গাঁৱৰ। দেখাই-শুনাই স্বভাৱে-চৰিত্ৰই ভাল হেনো। এতিয়া তাৰ কপালৰ কথা।'

কাঠনী নামটো শুনি বহুত দিনৰ কথা এটা মনত পৰিল। সেই তাহানি দেখা হেকেনী বাই। ৰবমাৰ মুখত শুনা ভৰাকুলীৰ সাধুকথা।

'ৰবমা সেই যে হেকেনী বাই, এতিয়াও জীয়াই আছেনে?' ৰবমাই অলেক থৰ হৈ মোৰ কালে চালে, চকুত বিষাদৰ ভাব। তাৰ পিছতে ম্লান হাঁহি এটাৰে ক'লে —'তোৰো

ভাল কথা মনত থাকে দে আই— কোন কাহানিৰে কথা। তোক সেই কাৰণেই মোৰ ভাল লাগে সকলো কথাকে মনপুতি শুন। তোৰ বিয়াৰেপৰা মোৰ মনৰ কথা এটা পতাৰ লগ নোহোৱা হ'ল।' ৰবমাৰ কথা শুনি ভালো লাগিল দুখো লাগিল। ৰবমাৰ মুখত শুনা কিমান পুৰণি কথা, বিশ্বাস-অবিশ্বাসৰ মিহলি কাহিনী। সঁচাকৈয়ে বয়সৰ ব্যৱধানতো আমি কিমান অন্তৰংগ আছিলো। লাহে লাহে ৰবমাৰ ভৰি দুখনত হাত বুলাই দিলো। ডাক্তৰে কোৱামতে হেনো ৰবমাৰ লিভাৰৰ অসুখ। ঘূৰি বা ৰবমাক পাওঁনে নাপাওঁ।

'বুজিছ ভানু ! মানুহে কয় ভগবানৰ বিচাৰত পলম হ'লেও ভুল নহয়। হেক্কেনী বাই এদিন শোৱাপাটীতে মৰি থাকিল। সিও এক সাধুকথাৰ দৰেই কাহিনী। তোৰ মোহনৰ মাক তোবেশ্বৰীৰ কথা মনত আছে নহয় ?' তাৰ পিছত ৰবমাই যিথিনি ক'লে তাৰ মৰ্মাৰ্থ এনে। ভৰ বয়সতে তোবেশ্বৰীয়ে কেইবাটাও শোক পালে। নাতিটো অঁকৰা হ'ল — তাৰ দোষাৰোপ আওপাকে তোবেশ্বৰীতে পৰিল। বোৱাৰীৰপৰাও সুখ নহলেই মোহনটোও কিবা বোবা উদাসীন ভকতৰ দৰে হ'ল। তাতে ককায়েক আৰু ডেকা ভতিজাকটো আওমৰণে মৰিল। মনৰ অসন্তোষতে নেকি তোবেশ্বৰীৰ গাটোও ঠেন ঠেন মেল মেল নুশুচাই হ'ল। এদিন সন্ধিয়া পানীপোতাতে শিল এটাত পিছল খাই পৰাত ধৰি মেলি নি যি বিছনাত শুৱাই দিয়া হ'ল আৰু উঠিব নোৱাৰিলে। ডাক্তৰে ক'লে, একাঙ্গী হৈ বাওঁফালটো অকামিলা হ'ল। এদিন ঘৰলৈ যাওঁতে খবৰটো শুনি ৰবমাও হেনো তোবেশ্বৰীৰ খবৰ কৰিবলৈ গৈছিল। তেজে ফুটো ফুটো যেন বগী থাওকাল মানুহজনী খৰি এচটাৰ দৰে বিছনাত পৰি আছিল। ৰবমাক দেখি চিনি পালে। কপালত হাতখন দি থোকাথুকি মাতেৰে ক'লে —'মোৰ কপালৰ দোষ।' তেনেকৈয়ে তিনিবছৰ কাল বিছনাতে পৰি ৰ'ল মানুহজনী, নমৰেও নিজিয়েও।

তাৰপিছত ৰবমাই দীঘলকৈ উশাহ এটা টানি ক'লে —'সকলো আৰ্জি লোৱা পাপ অ' মাই। কোনোবাই হেনো তোবেশ্বৰীক কিবা কিবি বুজালে। কিবা অপকৰ্ম থাকে যদি কৈ পৰাচিত হ'বলৈ তেহে মুক্তি পাবি। এদিন তোবেশ্বৰীয়ে দেউক মতাই কিবা কিবি ক'লে। দেউৰ দিহামতেই এদিন ঘৰৰে গৰুগাড়ীখন পঠাই তৰাফুলীক আনিবলৈ ক'লে। তৰাফুলীৰ গাঁও ভাল নাছিল তাতে মোহনৰ ঘৰ পুৰণি শত্ৰু। তাই আহিবলৈ মান্তি নহ'লেও মানুহজনীয়ে বৰ জোৰ কৰিলতহে যেনিবা তৰাফুলী আহিল। তোবেশ্বৰীয়ে শুনিছিল যদিও চকুৰে তৰাফুলীৰ এনে বিকৃত ৰূপটো দেখা নাছিল। নিজৰে কুকৰ্মৰ ভয়াবহ পৰিণতি দেখি তোবেশ্বৰীৰ বুকুখনৰ আতংকৰ গেঙণি এটা ওলাই আহিল। দেউ একাষে বহি আছিল। তেওঁ তলা এখনত সজাই থোৱা বস্তুখিনি তোবেশ্বৰীৰ হাতেৰে চোৱাই তৰাফুলীৰ কাষে আগবঢ়াই দি তোবেশ্বৰীয়ে আগতে কেতিয়াবা কৰা দোষৰ বাবে ক্ষমা বিচাৰি জীৱনৰ মুক্তি বিচাৰিলে। তৰাফুলীয়ে একো

নকৈ তোবেশ্বৰীৰ মূৰ শিতানত থিয় হ'ল। অতদিনে মনত তেওঁৰ প্ৰতি পুহি ৰখা ক্ষোভ চকুপানী হৈ বৈ আহি তোবেশ্বৰীৰ কপালত পৰিল। মূৰত হাতখন বুলাই দি তৰাফুলীয়ে তোবেশ্বৰীৰ সকলো অপৰাধ নিৰবে মাৰ্জনা কৰি দিলে।

সন্মুখত সজাই দিয়া জলপানৰ বাটিটো হাতেৰে চুই আঁতৰাই থৈ তৰাফুলী লাঠিত ভৰ দি ওলাই আহিল। কানিমুনি আন্ধাৰত চোতালৰ এমূৰে বহি থকা মোহনক দেখিও তৰাফুলীয়ে চকুযোৰ ঘূৰাই ল'লে। পুনৰ মানুহ দুগৰাকীয়ে গৰুগাড়ীত তুলি কষ্টৰে সৈতে তাইক ঘৰত থৈ গ'লহি।

মোহনে চোতালত বহি শিলৰ মূৰ্ত্তিৰ দৰে সকলো লক্ষ্য কৰি গ'ল। একো নক'লে।

শেষ ৰাতি তোবেশ্বৰীৰ চাটিফুটি বেছি হ'ল। মোহনে কিবা এটা আশংকা কৰি উজাগৰে আছিল। সুধিলে, 'কিবা কৰি মাই?'

তোবেশ্বৰীয়ে খেপিয়াই পুতেকৰ হাতখনত ধৰিলে। চকু দুটা ডাঙৰকৈ মেলি পুতেকৰ মুখলৈ চাই ৰ'ল। মোহনবো চকু দুটা সেমেকি উঠিল। কিমান মৰম কৰিছিল মাকে। সিও জানো মাকক কম ভাল পাইছিল? কিন্তু কিহৰপৰা কি হৈ গ'ল। তাৰ জীৱনৰ সকলো আনন্দ সুখ-শান্তি কাৰ অভিশাপত শেষ হৈ গ'ল! পুতেকৰ ফালে চাই থাকোতেই এটা সময়ত তোবেশ্বৰীয়ে চকু মুদিলে। হয়তো তেওঁ পুতেকৰ ওচৰতো নিজৰ ভুলৰ বাবে ক্ষমা বিচাৰি গ'ল।

মোহনে স্থানুৰ দৰে মাকৰ মূৰ শিতানতে বহি ৰ'ল। আনে কন্দা শুনিও তাৰ মুখৰপৰা এটাও কান্দোনৰ শব্দ নোলাল। কিবা এক বুজাব নোৱাৰা বেদনাই যেন তাক শিলৰ দৰে কৰি তুলিছে তাৰ এনে লাগিল।

ৰাতিপুৱা বেলি দুপৰলৈকে হেকেনী বাই নুঠা দেখা পাই কাষৰ ঘৰৰ থুনুমনিয়ে বিছনাতে পৰি থকা বুঢ়ীক দেখি কিবা এটা সন্দেহ কৰি মাকক চিঞৰি মাতিলে। তাইৰ চিঞৰ শুনি কাবেৰে দুগৰাকীমানো গোট খালেহি। হাত-ভৰি ভঙা চৰাই এটাৰ দৰে বিছনাতে ঠেৰেঙা লাগি পৰি আছে তৰাফুলীৰ নিথৰ দেহাটো। বিছনাৰ কাষত পেৰাটোৰ ওচৰত এখন নতুন ডলাত এসাজ কাপোৰ, কাষতে এটা মাটিৰ ডাঙৰ সাজত ওপৰ মূৰীয়াকৈ এটা সিধাত এযোৰ তামোল-পাণ আৰু বাপ পঞ্চাশ টকা।

সেইদিনা দুপৰীয়া মৰিশালীত ওচৰা-উচৰিকৈ দুখন চিতা জ্বলি উঠিল। মোহনে মাকৰ মুখাগ্নি কৰি উঠি তৰাফুলীৰ চিতাৰ কাষলৈ আহি এডাল কাঠ জাপি দিলে। তাৰ পিছত মাকৰ চিতাৰ কাষত বহি হুৰাওৰাৱে কান্দিবলৈ ধৰিলে। □

# চাকনৈয়া

হাৰমনিয়ামটো বেয়া হোৱা কাৰণে ইহঁত দুজনীয়ে কেবাদিনৰেপৰা কেনকেনাই আছিল। দেউতাকৰো অফিচৰপৰা আহৰি নাই। উপায়ন্তৰ হৈ ছোৱালীহঁতৰ সৈতে হাৰমনিয়ামখন দোকানত ভাল কৰিবলৈ দি কেইটামান প্ৰয়োজনীয় বস্তুৰ কাৰণে ফাঁচী বজাৰত সোমালো। লৰালৰিকৈ বস্তু দুপদমান লৈ এওঁ অফিচৰপৰা পোৱাৰ আগতে ঘৰ পাওগৈ বুলি অট' এখন চাই থাকোতে সন্মুখতে গাড়ী ৰখাই যি গৰাকী মানুহ নামি আহিল তাইক দেখি মোৰ মুখেদি বোধকৰো নামটো ডাঙৰকৈয়ে ওলাই আহিছিল। মানুহগৰাকীয়ে ঘূৰি চাই অবাক হোৱাৰ লগতে এমোকোৰা হাঁহিৰে মোক সাৱটি ধৰি ক'লে — 'আৰে আৰতি, তই !'

অলপ সময় আমি দুয়ো দুয়োকে সাৱটি ধৰি যেন আপোন পাহৰা হৈ ৰ'লো। ছোৱালী দুজনীয়ে আমালৈ অবাক হৈ চালে। সিহঁতৰ মুখত মিচিকিয়া হাঁহি। মই সিহঁতক চিনাকি কৰি দিলো— 'মই যে তহঁতক সদায় কৈ থাকো ললিতা মাহীৰ কথা খুব ভাল গান গায়— আৰু লতা এইয়া মোৰ ছোৱালী জিয়া আৰু হিয়া।'

ডাঙৰ ছোৱালী জিয়া কথকী। তাই তপৰাই ক'লে— 'মাৰ মুখত আপোনাৰ কথা শুনি শুনি আপুনি যেন আমাৰ চিনাকি হৈ পৰিছে। মাত্ৰ দেখিছো, মায়ে কোৱাতকৈ আপুনি বেছি ধুনীয়া।' তাইৰ গালত এটা চেপা মাৰি ললিতাই ক'লে — 'তোৰ ছোৱালী দেখোন বৰ কথা চহকী হ'ল অ'। মাৰৰ আকৌ মাতেই নোলাইছিল বুজিছ।' মই হাতঘড়ীটোলৈ চোৱা দেখি ক'লে—'তোৰ কিবা লৰালৰি আছে নেকি?' কথাতো ক'লো —'ঘৰত তলা, গৃহস্থ ছয় বজাত ঘৰ পাবহি।' আমাৰ থকা ঠাইৰ ঠিকনাটো তাই সুধি ক'লে, ৰ'চোন মই সেইফালেই গৈ আছো। অকণমান ৰ'বলৈ যদি অসুবিধা নহয় মই তহঁতক নমাই থৈ যাম। হ'বনে? তহঁত গাড়ীতে বহ মই এই আহিছো।' ড্ৰাইভাৰে গাড়ীৰ দুৱাৰ খুলি দিয়াত আমি তিনিও পিছফালে বহিলো। ললিতাইহঁত যোৱাৰ পিছত জিয়াই গাড়ীখন চুই চুই ক'লে— 'গাড়ীখন যে কি সুন্দৰ, আমিবে কেতিয়াও এনে গাড়ীত উঠিয়েই পোৱা নাই।'

দহমিনিট মানৰ পাছত ললিতা দোকান এখনৰপৰা ওলাই অহা দেখা পালো। পিছে পিছে অহা ড্ৰাইভাৰৰ হাতত এটা ডাঙৰ ধুনীয়া পেকেট। ললিতাই হাতত লৈ অহা সৰু পেকেট দুটা দুয়োজনীৰ হাতত দি ক'লে—'তহঁতৰ এজনী আগলৈ আহ, মই মাৰৰ

লগতে পিছত বহিম।' জিয়া আগলৈ গলত ললিতা মোৰ কাষতে বহিলহি। মন কৰিলো তাই গাত দামী সাজৰ লগতে মিলাকৈ মুক্তাৰ অলংকাৰ। গম পালো গিৰিয়েকৰ ফাৰ্মৰ এজন কৰ্মচাৰীৰ ছোৱালীৰ বিয়া। ললিতা তালৈকে যাব।

অলপ সময়ৰ ভিতৰতে আমি দুয়োৱে বহুত কথাই জানিলো। ললিতাৰ স্বামী গকুল দত্ত এখন এক্সপোৰ্ট ইম্পৰ্টৰ বিখ্যাত ফাৰ্মৰ গৰাকী। ৰাজগড়ত এটা তিনিমহলীয়া ঘৰৰ উপৰিও বেলতলাৰ ফালে দুটা ফ্লেটৰো অধিকাৰী তেওঁ। মানুহ হিচাপে ভাল মানুহ আৰু আদৰ্শ স্বামী। ল'ৰা-ছোৱালী দুটাৰ এটাই দিল্লীত এম.বি. এ. আৰু ল'ৰাটোৱে নাগপুৰত ইঞ্জিনিয়াৰিং পঢ়ি আছে। দত্ত ব্যৱসায়িক কামত প্ৰায়ে বাহিৰতে থাকে। তাইৰ লগত এতিয়া শাহুৱেক আৰু বন্ধা-বঢ়া কৰা মানুহ এজনী থাকে। আমি কথা পাতি থকা দেখি জিয়াৰ মনটো নৰল। তাই ঘূৰি চাই ক'লে— 'মাহী আপুনি বাৰু এতিয়া গায়নে নাগায়। মায়ে কৈ থাকে এসময়ত আপুনি হেনো খুব ভাল গান গাইছিল?'

দেখিলো জিয়াৰ কথা শুনাৰ লগে লগে ললিতাৰ মুখখন ম্লান হৈ গ'ল। তাই কিবা এটা ক'ব খুজিছিল যদিও ইতিমধ্যে আমাৰ ঘৰৰ গলিটো পাইছিলো। গাড়ীখন ৰখাবলৈ কৈ আমি নামিলো। ললিতাই ঘৰৰ ঠিকনাটো দি ইহঁত দুজনীক মৰম কৰি যেনেতেনে এদিন যাবলৈ ক'লে। গাড়ীখন নেদেখা হোৱালৈকে আমি তাতে বৈ থাকিলো।

'গাড়ীখন যে ইমান ধুনীয়া পাই। এনে গাড়ীত উঠা বুলি ক'লে অংকিতাহঁতে বিশ্বাসে নকৰিব।' ইমান দেৰি মনে মনে থকা হিয়াই ক'লে। 'মা, ললিতা মাহীহঁত চাগে বহুত ধনী মানুহ নহয়?' হিয়াৰ উত্তৰত মই হাঁহি ক'লো — 'তথাপি দেখিছ মাহীয়েৰৰ অকনো অহংকাৰ নাই। মোক কেনে দৰে সাৱটি ধৰিলে, তহঁতক মৰম কৰি গাড়ীখনেৰে ইয়াতে নমাই থৈ গ'ল।'

ঘৰ পোৱাৰ খন্তেক পিছতে দেউতাক পালেহি, দুয়োজনীয়ে ভাগবি জুগবি অহা দেউতাকক ললিতাৰ কথা কৈ ব্যতিব্যস্ত কৰি তুলিলে।

গৃহস্থ হিচাপে জিয়াহঁতৰ দেউতাককো অপবাদ দিবলগীয়া একো নাই। চৰকাৰী বিভাগ এটাত চাকৰি কৰা বিভূতি অকিচ আৰু ঘৰৰ প্ৰতি সমানে নিষ্ঠাবান। শহুৰ দেউতাই চাকৰি কালতে গুৱাহাটীত বান্ধি থৈ ঘৰটোৰ কিছু উৎকৰ্ষ সাধন কৰি একালে ভাড়া দিয়া ধন আৰু চাকৰিৰ পইচাৰে কোনোমতে ধাৰ-ধুপাৰ নোহোৱাকৈ চলে। মোৰ আগ্ৰহতে ইহঁত দুজনীৰ গান শিকাৰ লগতে কলেজৰ খৰচো চলি যায়।

. ‌ ইহঁতৰ কথাবোৰ শুনি মোলৈ কটাক্ষ কৰি দেউতাকে ক'লে — 'তহঁতৰ মাকৰ যে এনে ৰূপে-গুণে লক্ষ্মী, সৰস্বতী বান্ধৱী আছে মই দেখোন শুনাই নাই। ভালেই হ'ল দে মাজে মাজে তহঁতে গাড়ীত উঠিব পাৰিবি।'

কেইদিনমানৰ পাছত ইহঁতৰ কলেজ ডে'ত সাংস্কৃতিক সম্পাদিকা জিয়াই কোৰাচ এটা গোৱাৰ বাবে পুৰণা গান এটাৰ কথা সুধিলে। মই বোলে কেতিয়াবা গাই থকা শুনিছিল তাই। মইযে কিবা গাইছিলো তেনে নহয়, ললিতাৰ বান্ধৱী হিচাপে তাইৰ হেঁচোতে স্কুল-কলেজত কেতিয়াবা অ'ৰ-ত'ৰ মিটিঙত কোৰাচ গোৱাতে মোৰ গানৰ চৰ্চা সীমাবদ্ধ আছিল। বহুত চেষ্টা কৰিও প্ৰথম কেইশাৰীমানৰ বাহিৰে সম্পূৰ্ণ গানটো মনত পেলাব নোৱাৰিলো। হঠাতে ললিতালৈ মনত পৰিল। তাইৰ নিশ্চয় মনত বা লিখা থাকিব। ভালেই হ'ল কথাটো মনত পৰি। তাইৰ তালৈ যোৱাও হ'ব গানটোও অনা হ'ব। গৃহস্থক সুধি ইহঁত স্কুললৈ যোৱাৰ পাছত ললিতাৰ ঘৰলৈ ওলালো। ললিতাই ঠিকনাটো ভালদৰেই দিছিল। নিৰ্দিষ্ট ঠাইত অট'খনৰপৰা নামি দোকানত সোধাত ঘৰটো দেখুৱাই দিলে। চাৰিওফালে ধুনীয়া ওৱাল দিয়া এটা সৰু অথচ সুদৃশ্য তিনিমহলীয়া ঘৰটোৰ সন্মুখত সুন্দৰ ছবি, যেন বাগানে গৃহস্থৰ সুৰুচিৰ পৰিচয় দিছে। গেটখন খুলি সোমাই গৈ কলিং বেলত হাত থলো। খন্তেক পাছতে দুৱাৰ খুলি এগৰাকী মহিলা ওলাই আহিল আৰু মোৰ পৰিচয় লৈ বহিবলৈ কৈ বোধকৰো ললিতাক মাতিবলৈ গ'ল। মই ড্ৰইংৰুমটোত চকু ফুৰালো। সুন্দৰ নীলাভ ৰঙৰ বিপৰীতে এখন ডাঠ নীলা বেৰত কেৰাখনো সোণালী ৰঙৰ ফ্ৰেমৰ ছবি। সুন্দৰ কাৰুকাৰ্য্য কৰা দামী আচবাব আৰু কোমল শহাপহুৰ দৰে চোফাকেইখনে গৃহস্থৰ আভিজাত্যৰ কথাই মনলৈ আনে। সিদিনাখন ললিতাক দেখি তাইৰ অৱস্থা ভাল বুলি ভাব হ'লেও ইমানখিনি অৱস্থাপন্ন বুলি ভাবিবপৰা নাছিলো।

অলপ পিছতে ললিতা সোমাই আহিল আৰু মোক দেখি তাইৰ মুখখন উজ্জ্বলি উঠিল। 'তই যে আহিবি মই ভবাই নাছিলো অ'। ভাবিলো পাহৰিলিয়ে চাগে।' তাই মোৰ গাতে লাগি বহিল। তাইৰ শৰীৰৰপৰা এটা মিঠা সুঘ্ৰাণে ঠাইখিনি ভৰাই তুলিলে। হঠাতে তাই থিয় হৈ মোৰ হাতত ধৰি টানি ক'লে— 'ব'ল ব'ল ইয়াতে আলহীৰ দৰে বহিব নালাগে বেডৰুমলৈ যাওঁ। তাতে বহি আৰামেৰে কথা পাতিম। আজি আকৌ শাহু আইক লৈ এওঁ মামাহঁতৰ ঘৰলৈ গ'ল—'তাই মোক একপ্ৰকাৰ টানি নিয়াদি বেডৰুম পোৱালেগৈ। ভাবিলো ললিতা আগৰদৰে আছে, এনা হ'বই এনে প্ৰাচুৰ্য্যৰ মাজত থাকিলে কাৰনো মন আনন্দেৰে ভৰি নাথাকিব। ৰুমত সোমাই তাই মোক দিভানখনতে বহিবলৈ দি ওলাই গৈ ক'লে—'ৰবি কিনু মাহীক কিবা এটা কৈ আহো।'

ললিতা যোৱাৰ পাছত ৰুমটোত থিয় হৈ ঘূৰ লাগি ৰ'লো। এয়াৰ কণ্ডিচনত আহল-বহল ৰুমটোৰ মাজতে সুন্দৰ বেডকভাৰ পৰা এখন সুদৃশ্য ডিভান। ৰুমৰ ৰঙৰ লগত মিলা পৰ্দা। একাষে এটা ডাঙৰ টি ভিৰ তলৰ খোকেচত সজোৱা সুন্দৰ সুন্দৰ মূৰ্তি। বহিবলৈ কেৰাখনো সুন্দৰ চকী। মোৰ মনটো হঠাতে যেন মোচোকা খাই উঠিল। ঠিক ঈৰ্ষা নহয় তথাপিও নাৰী মনৰ এচুকত যেন এটা ক্ষীণ বিষ সাপৰ দৰে মূৰলৈ বগুৱা

বাই গ'ল। এনে এটা বেডৰুমৰ কথা কল্পনা কৰাও মোৰ জীৱনত অবাস্তৱ। ললিতা সোমাই আহি আচৰিত হ'ল —'তই বহাই নাই। আহ, বুলি তাই হাতত ধৰি মোক ডিভানখনতে বহাই দি ক'লে — 'কচোন বিয়াৰ কিমান দিন পাছত আমি লগালগি হ'লো।' 'প্রায় একুৰি বছৰ' মই ক'লো— 'মোৰ বিয়াৰ পাছত ঘৰলৈ দুবাৰো গ'লো যদিও তোক লগ পোৱাই নহ'ল। এবাৰ খবৰ কৰোতে তই মামাইহঁতৰ ঘৰলৈ যোৱা বুলি গম পালো। ইফালে তেওঁ ডিব্ৰুগড়ত কাম কৰাৰ সূত্রে কেবাবছৰো তাতে থাকিলো। গুৱাহাটীলৈ অহা দহবছৰ মানেই হ'ল।' তোৰ বিয়াৰ খবৰো ভালদৰে নাপালো। আয়ে কৈছিল তোক হেনো গুৱাহাটীৰ মামাৰ ঘৰৰপৰা বিয়া দিছিল—' 'এবা সেইবোৰ বহুত কথা'— ললিতাই কওঁতেই দুৱাৰত টোকৰ পৰিল। ট্ৰেত দুকাপ চাহ, প্লেটত স্নেকচ আৰু কাজুৰে সৈতে মোক অথনি বহিবলৈ দিয়া মানুহগৰাকীয়ে সোমাই আহিল। বুজিলো সেয়াই বিনু মাহী। গিলাচৰপৰা পানী এঢোক খাই ললিতাই ক'লে—'চাহ একাপ খাবলৈ নিশ্চয় বেয়া নাপাবি'। প্রকৃততে চাহ একাপ খাবলৈ মোৰ মনত এটা উদগ্ৰ ইচ্ছা হৈছিল। মনে মনে ধন্যবাদ দি চাহ কাপ তুলি ল'লো। ললিতাইও একো নমতাকৈ চাহ কাপ খালে। তাইৰ মুখত চিন্তাৰ ৰেখা। 'আৰতি' চাহকাপ নমাই এটা হুমুনিয়াহ কাঢ়ি ললিতাই ক'লে — 'তোৰ বিয়াৰ সময়ত সংগীত জগতত মোৰ বৈ বৈ যোৱা খ্যাতি। আকাশবাণীৰো মই তেতিয়া প্রতিষ্ঠিত শিল্পী। মোৰ খ্যাতিৰ গুৰিতে আছিল তৰুণী খাউণ্ড, মোৰ সংগীতৰ গুৰু। মামাৰ কলেজৰ লগৰীয়া সূত্রে তেওঁ আমাৰ ঘৰৰ আপোন হোৱা বুলিয়েই নহয় তেওঁৰ সংগীতৰ প্রতিভা মোৰ মাজেৰে মূৰ্ত কৰি তুলিব বিচাৰিছিল। ময়ো আপ্ৰাণ চেষ্টা কৰিছিলো যেন তেওঁৰ শিক্ষা সম্পূর্ণৰূপে আয়ত্ত কৰি সংগীত জগতৰ অপ্ৰতিদ্বন্দ্বী শিল্পী হৈ উঠিব পাৰো। আমাৰ গুৰু শিষ্যাৰ সম্পৰ্ক যেন ছাঁ আৰু পোহৰৰ সম্পৰ্কৰ দৰে নিবিড় হৈ পৰিছিল। ফলস্বৰূপে আমাৰ সম্পৰ্কক লৈ কিছু বু-বু বা-বাও চলিছিল আৰু গুৰু আৰু গুৰুপত্নীৰ মাজতো তিক্ততাৰ সৃষ্টি হৈছিল বুলি শুনিছিলো যদিও আমাৰ সম্পৰ্কৰ পবিত্ৰতা সম্পৰ্কে মোৰ মনৰ দৃঢ়তাৰ বাবে মই সেই অদৰকাৰী কথাত কাণ দিয়াৰ প্রয়োজনবোধ কৰা নাছিলো।' ললিতাই উঠি গৈ আমাৰ সন্মুখৰ টিপয়খনত ট্ৰেখন থৈ ক'বলৈ আৰম্ভ কৰিলে— 'সেইবাৰ বিহুত বহুত ঠাইৰপৰা আমন্ত্ৰণ আহিছিল। যশস্যা আৰু ধন দুয়োটাই একেলগে বুটলি মন ভাবি পৰিছিল যদিও ভাগৰিও পৰিছিলো। সিদিনা বিশ্বনাথ চাৰিআলিৰ ফালে এখন বিহুত মোক মুখ্য শিল্পী হিচাপে আমন্ত্ৰিত কৰিছিল। দেউতা প্রায়ে লগত যায় যদিও সেইদিনা গা ভাল নথকাত বাদ্যযন্ত্ৰী আৰু ছাত্ৰৰ লগত দুখন মাৰুতিৰে মই অকলেই গ'লো। বেছি দূৰ নহয় কাচেনৰ পিছতে ঘৰলৈ ঘূৰি আহি পাম। তুমুল হাত চাপৰিৰে যেতিয়া মোৰ গান শেষ হৈছিল তেতিয়া ৰাতি এবাৰ বাজি গৈছিল। বতৰ কিছু গোমা হৈ আহিছিল বাবে আমি নবৈ ষ্টাৰ্ট কৰিছিলো।

আমাৰ গাড়ীখনত ছাৰ আৰু মোৰ বাহিৰেও দুজন কৰ্মকৰ্তাও অনুমতি লৈ উঠিলহি। বতৰৰ অৱস্থা দেখি দুয়োখন গাড়ীয়ে তীব্ৰগতিত গৈ থাকিল। কৰ্মকৰ্তা দুজন দহমাইলমান দূৰত নামি গ'ল। ভাবিছিলো আমি গৈ পাম কিন্তু হঠাতে বৰদৈচিলাৰ প্ৰলয় তাণ্ডৱত প্ৰকৃতি যেন দিশহাৰা হৈ পৰিল। বিজুলী ঢেৰেকণিৰ মাজতে দেখিলো এডাল প্ৰকাণ্ড গছ গোটেই ৰাস্তা জুৰি বাগৰি আছে। উপায়হীন হৈ ড্ৰাইভাৰে গাড়ী ঘূৰালে। সেই বিপৰ্যয়ত বাদ্যযন্ত্ৰীসকলৰ ইখন গাড়ী কেনি গ'ল নেদেখিলো। জনশূন্য বাটেৰে ঘূৰি আহি আমি এখন দোকান-পোহাৰ থকা ঠাই পালোহি। বোধকৰো বিহু ফাংচন আছিল নেকি কিছু দোকান আৰু মানুহো ৰৈ আছিল অ'ত ত'ত। উপায়হীন হৈ ছাৰে তাতে ক'ৰবাত ৰাতিটো থাকিব পাৰি নেকি অনুসন্ধান কৰি হোটেল এখনৰ ৰূম এটাহে পালে। মই মুখেৰে একো নক'লো যদিও কিবা এটা ভয়ত মোৰ বুকুখন কঁপি উঠিল। ৰূমটোত সৰু বিছনা এখন আৰু টেবুল-চেয়াৰ এযোৰ। ছাৰে ক'লে— তুমি নিশ্চিন্তে শুই থাকা। মই চকীখনতে বহি আছো। মই সঁচাকৈয়ে ভাগৰি পৰিছিলো। দ্বিধা নকৰাকৈ মই বিছনাত শুই পৰাৰ লগে লগে টোপনিত ঢলি পৰিছিলো।' তাৰ পিছত — তাই হঠাৎ মোৰ হাত দুখনত সাবটি ধৰি ক'লে— 'তাৰ পিছত কি হ'ব পাৰে তই বাৰু ভাবিব পাৰিবিনে?'

মই তাইৰ কথাবোৰ সাধু কথাৰ দৰে শুনি গৈছিলো। ললিতাৰ প্ৰশ্নত মই চক্ খাই উঠিলো। কি হ'ব পাৰে তাৰ পিছত? এখন অচিনাকি ঠাইত এজনী গাভৰু তাকো অকলশৰে— ললিতাৰ কথাত মোৰ বুকুখন কিবা এক অনামী আশংকাত কঁপি উঠিল। 'আৰতি কিমান বেলি শুইছিলো ক'ব নোৱাৰো। কিন্তু এক তীব্ৰ যন্ত্ৰণাত মই যেতিয়া আচম্বিতে সাৰ পাই উঠিলো তেতিয়া যেন এডাল সৰীসৃপে মোৰ সৰ্বাংগ লেহন কৰি আছিল। মই উঠি বহিব খুজিও নোৱাৰিলো— কাৰণ সেই ৰাক্ষসৰ আবেষ্টনীত মোৰ নিশ্বাস ৰুদ্ধ হৈ পৰিছিল। মই আকুলভাৱে মোক এৰি দিবলৈ কাকুতি মিনতি কৰিছিলো। কিন্তু তাৰ গাত যেন পিশাচে ভৰ কৰিছিল। আৰতি সেই ভয়াবহ ৰাতি মোৰ কুমাৰীত্ব, মোৰ ফুলকুমলীয়া যৌৱনৰ পবিত্ৰতা সেই পিশাচৰ হাতত ধ্বংস হৈ গৈছিল।'

ললিতাই দুহাতেৰে মুখ ঢাকি হুকহুকাই কান্দি উঠিল। 'মোৰ স্বপ্ন, মোৰ আশা সকলো সেইদিনা নিঃশেষ কৰি এটা সময়ত সেই নৰ পিশাচ মোৰ গাৰপৰা আঁতৰি গ'ল। মই বজ্ৰ পৰা মানুহৰ দৰে পুৱালৈকে বিছনাতে নিথৰ হৈ বহি ৰ'লো। ৰাতিপুৱা বোধকৰো তাৰ মনুষ্যত্ব ঘূৰি আহিছিল। মোৰ হাতে-ভৰি ধৰি সি ক্ষমা কৰিবলৈ আৰু কাকো নক'বলৈ কাবৌ কোকালি কৰিছিল। ঘটনাটো জনাজাত হ'লে তাৰ কেৰিয়াৰ আৰু পাৰিবাৰিক জীৱন ধ্বংস হৈ যাব ইত্যাদি বহুত কথা কৈ সি মোৰ দয়া ভিক্ষা কৰিছিল। সি কাৰবলৈ অহাত ঘৃণাত মোৰ সমস্ত শৰীৰ আৰু মন কোঁচ খাই গৈছিল।

ললিতা অবিবাহিত এক কুমাৰীয়ে পৰ পুৰুষৰ ওচৰত কুমাৰীত্ব হেৰুৱাতো কিমান দুখজনক আৰু ভয়াবহ কথা তাক তই নিশ্চয় বুজি পাবি। মইয়ো জানিছিলো এই কথা ৰতনা হ'লে মোৰো জীৱনৰ লগতে পৰিয়ালটোলৈকে কি বিপৰ্যয় নামি আহিব। ইতিমধ্যে পুৰা ইখন গাড়ীও আহি পাইছিল। মই বাথৰুম সোমাই মোৰ মুখ আৰু শৰীৰৰপৰা যিমান পাৰি বিপৰ্যস্তৰ চিন মচি কাপোৰ-কানি সামৰি সহজ ভাবে গাড়ীত উঠিলো। ৰাতি উভতি নহা বাবে ঘৰত দেউতাহঁত উৎকণ্ঠিত হৈ আছিল। অৱশেষে দুয়োখন গাড়ী একেলগে আহি মোক নমাই দিয়াত তেওঁলোক নিশ্চিত হোৱা দেখা গ'ল। মই পোনে পোনে মোৰ ৰুমলৈ সোমালো যদিও মাৰ তীক্ষ্ণ দৃষ্টিয়ে যেন কিবা এটা বুজি উঠি মোৰ পিছে পিছে আহি ৰুমত সোমাইছিল। মই তেওঁক লুকুৱাবলৈ বাথৰুমত সোমাব বিচাৰিছিলো। কিন্তু মাই কঠোৰভাবে সুধিলে— 'তোৰ কি হৈছে লতা? ৰাতি ক'ত আছিলি? তোৰ চকু মুখৰ অৱস্থা কিয় এনেকুৱা হৈছে? সঁচা কথা ক।' মই মাৰ আগত কান্দোনত ভাগি পৰিলো। তাৰ পিছত কোনো লুকঢাক নকৰাকৈ সকলো কথা কৈ পেলালো। মা বহুত বেলি শিলপৰা কপৌৰ দৰে থৰ হৈ ৰ'ল। তাৰ পিছত ক'লে— 'যা গা-পা ধুই লগে আৰু এটা কথা যি হ'বৰ হ'ল তাক কাৰো আগত ঘূণাক্ষৰেও নুলিয়াবি। দেউতাৰে শুনিলে এখন হাঁহাকাৰ লগাই দিব। জানই এনেবোৰ কথাই মানুহৰ মুখৰোচক খোৰাকহে যোগাব। সমাধানৰ পথ নুলিয়ায়। মই তৰুণক মাতি আলোচনা কৰো কি ব্যৱস্থা কৰিব পৰা যায় সেই ধূৰ্ত নাৰকীটোৰ।' তৰুণ মোৰ মামাৰ নাম। মই মাৰ কথা মানি ল'লো। দুদিনমান পিছত মামা আহিল লগতে মামীও। দেউতা ঘৰত নথকাত আলোচনা হ'ল। মামাই খণ্ডতে খাউণ্ডক এশিকনি দিয়াৰ চিন্তা কৰিলে। বাধা দিলে মামীয়ে। ক'লে— এনে কৰিবলৈ গ'লে কথাটো ৰাষ্ট্ৰ হোৱাৰ সম্ভাৱনা। ই সমস্যাৰ সমাধান দূৰৈৰ কথা বৰঞ্চ তাইৰ জীৱনলৈ দুৰ্যোগহে কঢ়িয়াই আনিব। লগতে পৰামৰ্শ আগবঢ়ালে মামীয়ে 'তাইক আমি ভিনদেউক সুধি গুৱাহাটীলৈ কিছুদিনৰ বাবে লৈ যাওঁ। তাত অৱস্থা চাই ব্যৱস্থা কৰিব লাগিব।' মায়ে কথাটোত সকাহ পালে। মইয়ো মামীহঁতৰ লগতে তেজপুৰৰপৰা গুৱাহাটী পালোহি।'

বহুপৰ কথা পাতি ললিতাৰ ভাগৰ লাগিছিল, তাই উশাহ এটা টানি মনে মনে থাকিল। মোৰ কৌতূহল হৈছিল। সুধিলো— তাৰ পিছত ললিতাই মোৰ কালে চালে। লাহে লাহে ক'লে— 'মামাহঁতৰ ঘৰত উৎকণ্ঠা ভৰা এটা মাহ পাৰ হৈ গ'ল। সৌভাগ্যৱশতঃ মোৰ গাত মাতৃত্বৰ কোনো লক্ষণ ফুটি নুঠিল। মামা-মামী দুয়ো আশ্বস্ত হোৱা দেখিলো। গম পালো মাক ইতিমধ্যে খবৰটো জনোৱা হৈ গ'ল। ময়ো সকাহ পালো। কিন্তু সেই অঘটনৰ দুচিন্তাই মোক যেন কোঙা কৰি পেলালে। মামীয়ে ঘৰলৈ গৈ পুনৰ গানৰ চৰ্চা

আৰম্ভ কৰিবলৈ ক'লে। কিন্তু মই মনতে ঠিক কৰিছিলো। যি সংগীতে মোৰ জীৱনত ইমান কদৰ্য্য প্ৰলেপ সানিলে সেই সংগীতক সম্পূৰ্ণৰূপে জীৱনৰপৰা বিসৰ্জন দিম। নাজানো মোৰ সেই সিদ্ধান্ত কিমান ভুল বা শুদ্ধ আছিল। দেউতাই মোৰ বাবে বহুতো গানৰ আমন্ত্ৰণ অহাৰ কথা কৈ মোক মাতি পঠালে। ইতিমধ্যে মই বি.এ.ৰ ৰিজাল্ট পাইছিলো। দেউতাক গানৰ আমন্ত্ৰণ প্ৰত্যাখান কৰিবলৈ কৈ মই ইউনিৰ্ভাছিটিত পঢ়াৰ সিদ্ধান্ত জনালো। ঠিক এনে সময়তে মন কৰিলো ললিতাৰ মুখখনত এটা অপূৰ্ব লাৱণ্য বিয়পি পৰিল— মামীহঁতৰ ঘৰতে চিনাকি হ'ল মামীৰ সম্বন্ধীয় ভাগিন নকুলৰ সৈতে। মামীয়ে চিনাকি কৰি দিছিল। সুদৰ্শন নকুলৰ ব্যক্তিত্ব আৰু ব্যৱহাৰে মোক আকৰ্ষিত কৰিছিল যদিও পুৰুষৰ প্ৰতি মনত গঢ় লৈ উঠা তিক্ততাৰ বাবে মই সহজভাৱে কথাও পাতিবপৰা নাছিলো। এদিন মামীয়েই মোলৈ প্ৰস্তাবটো আগবঢ়ালে— 'নকুলৰ হেনো মোক খুব ভাল লাগিছে। মই মান্তি হ'লে বিয়াৰ প্ৰস্তাব দিব খোজে।

মামীৰ কথাই মোক কন্দুৱালে। ক'লো— 'মামী আপুনিতো সকলো জানেই। মোৰ এই অপবিত্ৰ দেহাটোৰে মই নকুলক কেনেকৈ সুখী কৰিম? সকলো জানিও আপুনি নিজৰ ভাগিনক কেনেকৈ প্ৰতাৰিত কৰিব খুজিছে?'

মামীয়ে মোৰ মূৰত হাত ফুৰাই শান্তভাৱে ক'লে— 'দেহাৰ পবিত্ৰতা অপবিত্ৰতা এইবোৰ মনৰ কথা। মনৰ পবিত্ৰতাহে আচল বস্তু। তুমিতো নিজে একো পাপ কৰা নাই। তোমাৰ পৰিস্থিতিৰ সুযোগ লৈ কোনোবা পিশাচে কিবা কৰিলে বুলিয়ে তুমি অপবিত্ৰ হৈ গ'লানে? এইবোৰ বাজে চিন্তা এৰা। নকুল সঁচাকৈয়ে বৰ ভাল ল'ৰা। বৰ্তমান সি এটা সামান্য বিজনেচ কৰিলেও মই জানো এসময়ত সি বহুত উন্নতি কৰিব।'

মামীৰ কথাৰ ওপৰত মোৰ ক'বলৈ একো নাছিল। মামীয়ে বিয়াখন তেওঁলোকৰ ঘৰৰপৰাই পতাৰ কথা ভাবিলে। গতিকে মাত্ৰ এমাহৰ ভিতৰতে মই কইনাৰ সাজ পিন্ধি নকুলৰ জীৱনলৈ আহিলো। নকুলৰ মোৰ প্ৰতি অগাধ বিশ্বাস আৰু মৰমত মোৰ বুকুৰ সেই ঘাঁ যেন ভৰি উঠিল। মামীৰ আশীৰ্বাদত নকুলৰ ব্যৱসায় দোপতদোপে বাঢ়ি আজি গুৱাহাটীৰ প্ৰতিষ্ঠিত কাৰ্ম্মত পৰিণত হৈছে। ল'ৰা-ছোৱালী দুটিৰে আমাৰ সুখৰ সংসাৰ। কিন্তু আৱৰ্ত্তিৰ মনৰ মাজত লুকাই থকা এই অপৰাধৰ বোজা লৈ মই নকুলৰ আগত ভাগৰি পৰিছো। কেতিয়াবা ভাবো নকুলক সকলো কথা কৈ পেলালে শান্তি পাম। কিন্তু যিমানেই উদাৰ নহওক এজন স্বামীয়ে পাৰিবনে নিজ পত্নীৰ স্খলনৰ কথা সহজে মানিলৈ ক্ষমা কৰি দিবলৈ? আজি মোৰ মনৰ কথাবোৰ অকাতৰে তোক ক'বলৈ পাই মোৰ মনটো বহুত পাতল লাগিছে। ভইয়ে কচোন মই কি কৰিলে শান্তি পাম?'

মই খন্তেক তভক মাৰি ৰ'লো। তাৰ পিছত মনৰ মাজত গোটেই কথাখিনি এবাৰ জুকিয়াই চাই দৃঢ়ভাৱে ক'লো— 'চা ললিতা একুৰি বছৰৰ পিছত পুৰণা ঘাঁ খুচৰি বহল কৰাৰ অৰ্থ মূৰ্খামিৰ বাহিৰে একো হ'ব নোৱাৰে। সাধাৰণতে দেখা যায় এনেবোৰ কথাত ৰহন চটিয়াই তিৰোতাই তিৰোতাৰ বিৰুদ্ধে অপবাদ ৰচনা কৰি অনিষ্ট সাধন কৰে। কিন্তু তোৰ মামীয়েৰৰ কথা ভাবি চা। কুসংস্কাৰেৰে ভৰা সেই দিনতে মামীয়েৰে সকলো জানিও তোক নিজৰ তেজ-মঙহৰ সম্বন্ধীয় ভাগিনলৈ বিনা দ্বিধাই বিয়া কৰাই অনাৰ সৎ সাহস কৰিছিল। আজি তোৰ স্বীকাৰোক্তিয়ে তহঁতৰ জীৱনলৈ যে বিপৰ্যয়ে আনিব তেনে নহয়, সেই মহিয়সী মহিলাগৰাকীকো নকুলৰ আগত অপৰাধিনী সাব্যস্ত কৰিব। ইয়াৰ পিছতো তই ভাবনে তোৰ এই ভাবাবেগৰ কিবা যুক্তি আছে? মোৰ কথা শুন, অতীতৰ সেই ঘটনাক এটা দুঃস্বপ্নৰ দৰে মনৰপৰা উলিয়াই পেলাই এখন নিকা অন্তৰেৰে তোৰ সংসাৰখন আনন্দময় কৰি তুলিবলৈ চেষ্টা কৰ। দেখিবি সকলো ঠিক হৈ গৈছে।' তাইক সাবটি ধৰি কঁপালত চুমা এটি খাই মই মোৰ আঁচলেৰে চকুপানী মচি দিলো।

বহুত দেৰি সৰু ছোৱালীৰ দৰে মোৰ বুকুৰ মাজত সোমাই থাকিল ললিতা।

এনেতে দুৱাৰত টোকৰ পৰিল। বিনুৱে দুৱাৰমুখৰপৰাই চাহ দিছে বুলি জনালে। ডাইনিং টেবুলত দেখিলো ইলাহী কাৰবাৰ। ললিতাই মোক যত্ন কৰি এটা এটাকৈ বিভিন্ন বস্তুৰে চাহ খুৱালে। ঘড়ী চালো তিনি বাজিবৰ হ'ল। জিয়াইঁত অহাৰ কথা কৈ মই আহিবলৈ উঠিলো, ললিতাই মোক ৰাস্তালৈ আগবঢ়াই দিওতে সুধিলো— 'জিয়াইঁতক কি ক'ম?'

ম্লান হাঁহি এটা মাৰি ললিতাই ক'লে— 'কবি সংসাৰৰ চাকনৈয়াত সেই গান গোৱা ললিতাজনী ক'ৰবাত হেৰাই থাকিল। ❑

# লখিমী

গাঁৱৰ ঘৰখনৰ জাকবৰা পৰিয়ালৰ মাজত অভাৱ-অনাটন, বানপানী গৰাখহনীয়াৰ তিক্ততাৰপৰা হাত সাৰিবলৈ এদিন ল'ৰা-তিৰোতা ঘৰত থৈ নগৰ পালোহি। দিন হাজিৰাৰপৰা ফেৰী কৰালৈকে নানা আলৈ আহকালেৰে ভাত মুঠি মুকলি হৈছিল। ভাগ্য কিবা ভাল আছিল নেকি পাচলিৰ ভাৰ কঢ়িয়াওঁতে নানাজনৰ লগত চিনাকিও হৈছিল। চিনাকি হৈছিল গুমটি দোকানখনৰ মজিদৰ সৈতেও। যি মোৰ পৰা প্ৰায়ে পাচলি লয়। গছজোপাৰ ছাঁতে বহি কেতিয়াবা দুষাৰ কথাও পাতো। কেতিয়াবা তামোল এখনো খাওঁ। সি চাকৰি এটা পাই দোকানখন বেচাৰ কথা ক'লে। কিনো ভাবি তাক কথাটো সুধিলো— হাতত ইতিমধ্যে অলপ টকা জমা হৈছিল— ঘৰতো কথাটো উলিয়ালো। মানুহজনীৰ খাৰুযোৰকে বন্ধকত থৈ দোকানখন লৈ পেলালো। দোকানখন মোৰ বাবে লক্ষ্মী যেন হ'ল— তিৰোতাৰ গহনা বন্ধকত থোৱাৰ বাবেই নেকি মোৰ ভাগ্যও দোকানখনে মুকলি কৰি দিলে। নগৰৰপৰা অলপ আঁতৰত পাহাৰৰ কাষত তিনি কঠামান মাটিও কম দামতে কিনি পাকচালি এখনেৰে ঘৰ এটা তৰি পৰিয়ালটো লৈ আহিলো। বহুত ঘৰুৱা তিতা-কেঁহাত যৈণী ৰমা বিতত হৈ আছিল— ইয়ালৈ আহি যেন নতুনকৈ উশাহ পালে। পিছে মোৰ দোকানতে ৰাতি হয়। ঠাইডোখৰ নিজান। ৰমাই অকলে থাকিবলৈ ভয় কৰে বাবে ৰমাৰ বুধিমতেই সৰু সৰুকৈ দুটা অৰ্জাৰ ঘৰ সজাই দিলো। চাওঁতে চাওঁতে দুটা পৰিয়ালে ঘৰ ল'লেহি। মাহে চাৰিশ টকাকৈ আহিল, ৰমাৰ লগ এটাও হ'ল। ৰমাক ক'লো— ভাড়াঘৰ দিছা যেতিয়া তুমি মালিকনী হ'লা। বিপদ-আপদত চাবা, পিছে অতি হুলি গলি কৰিলে লাই পাব। মালিকনী হিচাপে অলপ আলগত থাকিলেহে সমীহ কৰিব। মোৰ কথা শুনি ৰমাই হাঁহিলে— ক'লে আপুনি দোকানখনলৈকে ভালকৈ মন দিয়ক, ভাড়াঘৰ ব্যৱসায়টোলৈ বাৰু ময়ে চোৱা চিতা কৰিম। ৰমাৰ কথাত মোৰ হাঁহি উঠিল— 'ব্যৱসায়? ভাড়াঘৰ দিয়াটোও কিবা ব্যৱসায় বোলেনে?'

'কিয় নহয়?— এয়া ধৰক ভাড়া লোৱা, সিহঁতৰ সা-সুবিধা চোৱা, গোৱা পইচা কেইটা জমা কৰি পাৰিলে নতুনকৈ ভাড়া ঘৰ দুটামান বঢ়াই আমদানি বঢ়োৱা— এইবোৰ জানো ব্যৱসায় নহয়। ঘৰতে আছো যেতিয়া এইবোৰ কাম ময়ে কৰিম।'

সিদিনাৰপৰা মই ভাড়াঘৰলৈ চকু দিয়া নাই। ৰমাই নিজৰ কথা যথাযথ প্ৰতিপন্ন কৰি দুবছৰতে ঘৰৰ সংখ্যা চাৰিটা কৰিলে। সিহঁতৰ বাবে সুকীয়া দুটাকে লেট্ৰিণ বাথৰুমো

বনালে। ভাড়াঘৰ আৰু আমাৰ মাজত এখন ওখ চকোৰা দিয়ালে। ইতিমধ্যে আমাৰ থকা ঘৰৰ তৰ্জা বেৰৰ ঠাইত পকা বেৰ আৰু খেৰৰ সলনি চালিত টিন লাগিল। ঘৰৰ সন্মুখত এখন সৰু ফুলনি আৰু জিকা ভোলৰ হেন্দলি এখনো হ'ল। ভাড়াৰ টকাৰেই ল'ৰা-ছোৱালী দুটাৰ নামত মাহেকীয়া জমাৰ উপৰিও ঘৰটো পকী কৰিবলৈ মোৰ জেপ কাটি টকা জমা কৰাত লাগিল।

গাঁৱৰ লাজুকী বমাৰ সলনি দেখি মই তবধ খালো। আজিকালি বমাই নিজেই বজাৰ হাট কৰে— অচিনাকি মানুহৰ স'তে বিনাসংকোচে কথা ক'ব পাৰে— ভাড়ালৈ বিয়া-অ'টোৰ লগত কাজিয়া কৰিব পাৰে। ধুনীয়াকৈ খোপা বান্ধি মেচিং কৰি ব্লাউজ শাৰী পিন্ধি ওলাই যোৱা বমাক নগৰীয়া তিৰোতা যেন লাগে।

মোৰ বেছিভাগ সময় ঘৰত থকাই নহয়। দেওবাৰে কেতিয়াবাহে থকা হয়। কেতিয়াবা দোকানখন পৰিপাটী কৰি অটাও, ছিচাপ পত্ৰ চাওঁ আৰু কেতিয়াবা গাঁওলৈ যাওঁ খুৰাহঁতৰ খবৰ ল'বলৈ। অভাৱী ঘৰখনলৈ আৰু বিয়া দিয়া ভনীজনীৰ ল'ৰা - ছোৱালীহঁতলৈ কিবাকিবি কিনি নিওঁ। সিহঁতে মই গ'লে ভালপায়— মই নিয়া বস্তুবোৰ তৃপ্তিৰে লৈ আনৰ আগত গৌৰৱ কৰে।

ইতিমধ্যে বমাই চোতালতে এটা সৰু নামঘৰ সজাইছে। পুৱা গা ধুই নামঘৰত চাকিগছ জ্বলাই ৰখাই পাকঘৰত মোৰ চাহ-জলপান, কৰ্মীহঁতৰ স্কুলৰ ভাতৰ যোগাৰত ব্যস্ত হৈ পৰে। ময়ো গাটো তিয়াই সাত বজাত চাহ জলপান খাই দোকানলৈ ৰাওনা হওঁ। ওলাই যাওঁতে ভাড়াতীয়াৰে ভেটাভেটি হ'লে সম্ভ্ৰমে আঁতৰি দিয়ে, কোনেও 'দাদা', দোকানলৈ ওলাল,' বুলি মাত লগায়। দুপৰীয়া খাবলৈ আহোঁতে মতা মানুহবোৰ নাথাকেই। বেছিভাগেই সৰু ব্যৱসায়ী, ফেৰিৱালা, পেট্ৰ'ল ডিপো বা কোম্পানীৰ চাকৰিয়াল। দিনত ঘৰলৈ নাহে। তিৰোতাবোৰে কুঁৱাৰ পাৰত জুম পাতি কাপোৰ ধোৱে, গল্প কৰে। কাৰোবাৰ ঘৰৰপৰা হিন্দী গানৰ সুৰ বা কেঁচুৱাৰ কান্দোন ভাঁহি আহে। দুটামান ঘৰত মাইকী মানুহ নাই। গাঁৱৰ ঘৰত পৰিয়াল থৈ শনিবাৰে দেওবাৰে ঘৰলৈ যায়। মই মুখামুখিকৈ সকলোকে চিনি নাপালেও আহোঁতে ৰাতি হয়। তেতিয়া দিনত দুখ কৰা মানুহবোৰ খাই বৈ শেতেলিত পৰাৰ সময় হয়। পিছে বমাৰ মুখত সিহঁতৰ নাড়ী নক্ষত্ৰৰ কথাও গম পাওঁ। কাৰণ দিনত কি হয়—কাৰ অসুখ হৈছে, কাৰ ঘৈণীয়েকৰ ডেলিভাৰীৰ সময় পালেহি, কাৰ গিৰিয়েক-ঘৈণীয়েকৰ কাজিয়া বমাই ভাঙিবলগীয়া হ'ল — কাক নিচা খাই অহা বাবে বমাই ডবিয়াই ঘৰ এৰি দিবলৈ কৈছে এনেবোৰ কথাৰ মহাভাৰত মই ভাত খাই থাকোতে সদায় শুনিবলগীয়া হয়। পাৰিলে বমাই গুৰৰ সময়তো ভাড়াঘৰৰ ৰামায়ণ মেলিব খোজে— দিনটোৰ ভাগৰত মোৰ চকু জাপ খালে— 'নিজেতো একো নচাৱেই মই কোৱা কথাখিনিও শুনাৰ ধৈৰ্য নাই' বুলি বলকি বমাও শুই পৰে। মোৰ মনে মনে হাঁহিও উঠে, বমা যেন এই

আঠজনীয়া ভাড়াঘৰৰ একচ্ছত্ৰী সম্ৰাজ্ঞী, সিহঁতৰ দণ্ডমুণ্ডৰ বিধাতা। সকলোৱে ৰমাক সমীহ কৰে কাৰণ ভাড়া আদি আদায়ত ৰমা যিমান কঠোৰ দৰকাৰ হ'লে ৰমাই সিহঁতৰ বিপদত পইচা পাই দি সহায়ো কৰে আৰু তাৰ বিনিময়ত নিজৰ কিছুমান কামো আদায় কৰি লয়।

এদিন দুপৰীয়া ঘৰলৈ আহোতে ছোৱালী এজনীয়ে বাৰাণ্ডাতে কাপোৰ মেলি থকা দেখিলো। আগবাঢ়ি আহি ছোৱালীজনীয়ে সুধিলে 'দাদা ভাত খাবলৈ আহিল?' দীঘল বেণী গুঠা ধুনীয়া গাভৰুজনী আগতে দেখা মনত নপৰিল। কোনোবা নতুন ভাড়াতীয়া হ'ব পায়। মই অ' বুলি ঘৰ পালোহি। ৰমাক আহি কোন ছোৱালী বুলি সোধাত ৰমাই তপৰাই সুধিলে— 'সেই সেউজীয়া চেলোৱাৰ পিন্ধা ধুনীয়া ছোৱালীজনী হ'ব পায়? তাই গজেন নাথৰ ছোৱালী। আজি কেবাদিনৰেপৰা বাপেকৰ অসুখ। পেটৰ বিষত মানুহটো তৎ নাই। নহ'বনে কিবা যিহে জ্বলা খোৱাৰ কোব। এতিয়া হাস্পতালত দেখুৱাই আছে, জীয়েকজনী আছেহি লগত।' মোৰ গজেন নাথক মনত পৰিল। কোম্পানী এটাত কাম কৰে। আদহীয়া মানুহজনে লগ পালেই নমস্কাৰ এটা জনায়।

এমাহমানৰ মূৰত ৰমাই এদিন জনালে গজেন নাথৰ অসুখটো টানলৈহে গৈছে। মেডিকেলত দেখুৱাইছে— যৈণীয়েকো আহিছে দুদিনমান আগতে। এতিয়া এক্সৰে কৰিবলৈ কৈছে, আল্ট্ৰা চাউণ্ড নে কি সেয়াও কৰিব লাগিব। ডাক্তৰে কৈছে তৎক্ষণাৎ অপাৰেশ্যন কৰিব লাগিবও পাৰে। পিছে পইচা যি অলপ আনিছিল চিটৰ কাৰণে ভিতৰি দিওঁতে গ'ল। মোৰ ওচৰলৈ অলপ মানে টকা-পইচা বিচাৰি আহিছিল। কোম্পানীৰপৰাও কিছু দিম বুলিছে। পালেই দিব।

'দিলা নেকি পইচা? ভাড়া ঠিকমতে দি আছেনে?' মই ওলোটাই সুধিলো— 'কি ঠিক মাইকী মানুহৰ কথা। দয়া কৰি টকাবোৰ দিবা পিছত নিদিয়াকৈ ঠগাই গুছি যাব।'

'ভাড়াটো দিয়াত কোনোদিনেই দিগদাৰ নাই মানুহজনৰ। যোৱা মাহৰটোহে দিব পৰা নাই অসুখটোৰ বাবে। বেয়াও লাগিছে চাৰিবছৰে পাইছো মানুহজনক— ভাবিছো চাৰিশমান টকা দিও নেকি।' ৰমাই সহানুভূতিৰে ক'লে।

'সেইবোৰ তোমাৰ কথা, মোৰ ক'বলগীয়া নাই'। সঁচাকৈয়ে ৰমাৰ ঘৰভাড়াৰ বিষয়ত মই কোনোদিনে মূৰ সুমুৱা নাই। সেইবোৰ ৰমাৰ এক্তিয়াৰৰ ভিতৰৰা কথা।

নিজৰ অতীতলৈ ঘূৰি চালো। হাপানী বেমাৰত ভুগি থকা মাক পইচাৰ অভাৱতে দেখুৱাব নোৱাৰিলো। ডাক্তৰী চিকিৎসা কৰিব নোৱাৰাত বেমাৰটোৱে অকালতে মাক লৈ গ'ল। আৰু ৰমাৰ অশৌচৰ বেলিকা। দুদিনে ঘৰত কষ্ট খাই থকা মানুহজনীক কাপেন খুৱাই টকা দুশ দিলে বুলিহে টেক্সিৰে আনি মেডিকেল পোৱালেহি। নহ'লে কি হ'লহেঁতেন ভাবিলে ভয় লাগে। মানুহৰ জীৱনটোতকৈ টকা ডাঙৰ নহয়।

অথচ জীৱনৰ বাবেই টকাৰ প্ৰয়োজন। দিয়ে যদি ৰমাই দিয়ক টকা কেইটামান। জীৱনটো থাকিলে টকা মৰা নপৰে।

দুদিনমানৰ পিছত বাটতে লখিমীক পাই দেউতাকৰ খা-খবৰ ল'লো। ছোৱালীজনী হাঁহিমুৰা আৰু কথকী। তাই দেউতাকৰ অসুখত কোম্পানীয়ে দিয়া অলপ টকাৰে ঔষধ পাতি কিনাৰপৰা জোৰা নমৰাত ৰমাৰপৰা টকা চাৰিশ লোৱাৰ কথাও ক'লে।

ৰমাই তাৰমানে পইচা দিলে। মই কথা নবঢ়ালো। বাতিৰ নোৱাৰিলে আনৰ দুখৰ ভগা জেওৱাৰ খবৰ কৰি লাভ নাই।

কেইদিনমানৰ পিছত গধূলি ভাত খোৱাৰ পিছত ৰমাই ক'লে— বিছনাত পৰিলেই টোপনি নাযাবচোন। আপোনাৰ লগত কথা আছে। ৰমাই ধেমালি কৰা বুলি ভাবি মাথো মুখখন থমথমীয়া কিনো এনে ডাঙৰ কথা হ'ল বুলি ভাবি বিছনাত বাগৰ দিওঁতেই ৰমাই খৰখেদাকৈ পালেহি। 'বুজিছে বৰ ডাঙৰ কথা এটা হ'ল। ক'বলৈ নিজৰে বেয়া লাগিছে।' একো নুবুজি মই বিছনাতে বহি দিলো। ৰমাৰ মুখখন দেখি বুকুখন কিবা চাৎ কৰি উঠিল। কিবা ডাঙৰ ঘটনা নহ'লে এনে নকৰে। 'বুজিছে সেই যে গজেন নাথৰ ছোৱালীজনী কোনে তাইৰ নাম লখিমী ৰাখিছিল জানো। বাপেকৰ বেমাৰৰ গয়না লৈ ইয়াতে থাকি মাকে ঘৰলৈ যোৱাৰ পিছত হেনো ৰাতি ৰাতি কোনোবা ডেকা ল'ৰা আনি ঘৰতে ৰাখিছেহি। প্ৰথমে ভায়েক বুলি ভাবিছিল ভাড়াতীয়া মানুহ কিবাবে। পিছতহে চাল-চলনৰপৰা গম পাইছে কথাটো সেইটো নহয়। ৰমাক আপত্তি দিছেহি ভিতৰি। সকলোৰে পৰিয়াল আছে, ল'ৰা-ছোৱালী আছে। এনে ভ্ৰষ্টাচাৰ সহিব নোৱাৰি। গতিকে সোনকালে কিবা এটা সিদ্ধান্ত লৈ মানুহঘৰ খেদাহে কথা বুলি বাকীবোৰেও কৈছে। 'ছি ছি মোৰ লক্ষ্মীঘৰত এনে পাপ সোমাব পায়নে?' বুলি ৰমা কন্দনামুৰা হ'ল।

মোৰো টিঙিচকৈ খংটো উঠি আহিল। পিছে ৰাতিবেলি চিএৰ-বাখৰ কৰি লাভ নাই। ৰাতিপুৱা বিহিত ব্যৱস্থা এটা কৰিম বুলি বুজনি দি ৰমাক শুবলৈ কৈ শুলো যদিও বহুত ৰাতিলৈ টোপনি নাহিল। আজিকালি বাতৰিখন মেলিলে হত্যা, লুণ্ঠন, ধৰ্ষণৰ কাহিনীয়ে মনটো তিতা কৰি আনে। সমাজৰ এনে অধঃপতনৰ কথা চিন্তা কৰিলে ল'ৰা-ছোৱালীহঁতৰ ভৱিষ্যতৰ কথা ভাবি ভয় লাগি যায়। ঘোৰ কলিকাল যে হৈছে তাত সন্দেহ নাই। আমাৰ দিনত অন্ততঃ এনে অধঃপতন হোৱা নাছিল। ৰাতিপুৱা ৰমাই জগালে, 'ঠিক সাত বাজিবৰে হ'ল। মই চাহ কৰি ৰখি আছো। সেওবাৰ বুলি ইমান দেৰিলৈ শোৱেনে?'

খপজপকৈ উঠি বহিলো। লৰালৰিকৈ মুখ-হাত ধুই চাহ কাপ খালো। লখিমীৰ কথাটোৱে মনটোও নিগনিৰ দৰে কুটকুটাই আছিল। ৰমাক লখিমীক মাতি আনিবলৈ ক'লো। ৰমাই অলপ হেঁহো নেহো কৰিলে। এই ৰাতিপুৱাই এইবোৰ কথা থাককচোন। পিছে পৰে ক'লেও হ'ব। তাতে আজি ইহঁতো ঘৰতে আছে।

'নহয়হে পুৰা-গধূলি কি আছে। ক'ব লগা কথা চাফ চাফকৈ লগতে কৈ দিয়া ভাল। পিছলৈ থ'লে কাম পিছ পৰি যায় বুলি কথা এষাৰ আছে। দিনটোত বা আৰু কি লেঠা ওলায় কেনেকৈ ক'বা? যোৱা মাতি আনা। ইহঁতক পঢ়াকমৰপৰা আহিব নিদিবা। মই আগ কমতে বহিছো। গা ধোৱাৰ পিছত লেতেৰা চৰিত্ৰৰ ছোৱালীজনীৰে মোৰ কথা পতাৰ ইচ্ছা নাই।'

ৰমা ওলাই গৈ অলপ পিছত ঘূৰি আহি ক'লে— 'তাই গা ধুই আছে মই কৈ আহিছো, আহিব। আপুনি পিছে গালি-গালাজ নকৰিব। ভাড়া দি ভাড়াঘৰত আছে, তাতে বাপেকটো হাস্পতালত। ভাল ভাৱেৰে কৈ ঘৰটো এৰি দিবলৈ ক'লেই হ'ল।'

অলপ পিছত লখিমী আহিল। মিঠা হাঁহি এটা মাৰি সুধিলে— 'দাদাই বোলে মোক মাতিছে?' মই ছোৱালীজনীলৈ পোনে পোনে চালো। বৈ পৰা তিতা চুলিকোঁচাৰে গঢ়িত মুখৰ ছোৱালীজনী সঁচাকৈয়ে কাৰোবাৰ ঘৰৰ লখিমী হ'ব পাৰিলেহেঁতেন। কিন্তু— মনটো টান কৰি ক'লো, 'বহা তোমাৰ লগত মোৰ অলপ কথা আছে।'

তাই চকীখনত বহি সংকোচেৰে ক'লে— 'দাদা ভাড়াটো দিয়াত'— 'শুনা, ভাড়াঘৰত থাকিলে ভাড়াটো নিয়মীয়াকৈ দিয়াতো ভাড়াতীয়াৰ কৰ্তব্য।' মোৰ মাতটো কঠুৱাকৈ ওলাল। কিন্তু সেইটো কথাৰ কাৰণে মই তোমাক এতিয়া মতা নাই। শুনিছো দেউতাৰা হাস্পতালত আছে আৰু তুমি সেই অৱস্থাত নিঃসম্পৰ্কীয় ডেকা ল'ৰা লগত ৰাখি স্ফূৰ্তি কৰিছা? ছিঃ ছিঃ অকণো লাজ নাইনে তোমাৰ। দেউতাৰাক ভাল মানুহ বুলিয়েই সকলোৱেই জানে— অথচ তুমি ইমান নীচ বুলি আমি ভবা নাছিলো। অৱশ্যে যি কৰিছা সেয়া তোমাৰ নিজৰ চৰিত্ৰৰ কথা। কিন্তু মোৰ নিজা ঘৰত এনে অপকৰ্ম মই হ'বলৈ দিব নোৱাৰো। গতিকে দেউতাৰাক এতিয়া কৈ লাভ নাই, তোমাকে ঘৰটো এৰি দিবলৈ কৈছো। যিমান সোনকালে পাৰা ঘৰটো এৰি দিয়া। তাৰ পাছত তুমি য'তে যি কৰি ফুৰা সেইবোৰ চাবলৈ বা ক'বলৈ মোৰ কোনো প্ৰয়োজন নহয়।

কথাখিনি কৈ মই লখিমীৰ মুখলৈ চালো কি প্ৰতিক্ৰিয়া হৈছে চাবলৈ। দেখিলো তলমুৱা হৈ বুঢ়া আঙুলিটোৰে মাটি খুচৰি আছে। আকৌ ক'লো— 'কথাবোৰ খোলাখুলিকৈ কৈছো— ভাল পোৱা বেয়া পোৱাৰ লগত মোৰ সম্পৰ্ক নাই। আশাকৰো মোৰ কথাখিনি দ্বিতীয়বাৰ ক'বলগীয়া নহয়।'

এইবাৰ লখিমীয়ে মূৰ দাঙি মোলৈ চালে। তাইৰ চকুযোৰ ৰঙা। ক'লে 'দাদা আপুনি কোনো কথাত বেয়া পাবলগীয়া একো নাই। আজি মোৰ দাদা এজন থকাহেঁতেন মোক এনেদৰেই শাসন কৰিলেহেঁতেন। কিন্তু আপুনিয়েই কওঁকচোন মইনো কি কৰিব পাৰো? গাভৰু ছোৱালী। যি অকণমান পঢ়িছো ক'তো চাকৰি কৰাৰো যোগ্যতা নাই। ঘৰত দেউতাৰ উপাৰ্জনেৰে পাঁচোটা প্ৰাণী পেটে ভাতে চলিছে। তাতে অত দিনৰপৰা

দেউতাৰ অসুখ— হাতত থকা সকলো শেষ হ'ল। কোম্পানীটোৰপৰাও একো সহায় নকৰা হ'ল। আপোনালোকৰ দুমাহে ভাড়াটোতো দিব পৰাই নাই বৰঞ্চ বাইদেউৰপৰা ধাৰলৈ নিহে ঔষধ কিনিছোঁ। আজি এক্সৰে কাঢ়িলে কিবা— অপাৰেশ্যনটোৰ বাবেও হেনো পাঁচ হাজাৰমান লাগিব। তদুপৰি পেটৰ ভোকটোতো আছেই। কোনে দিব মোক পইচা? এই যে ডেকা ল'ৰাটোৰ কথা কৈছে সি অবাটে যোৱা ধনীঘৰৰ ল'ৰা। সি ৰাতিটো থকাৰ বিনিময়ত দেউতাৰ এক্সৰেৰ খৰচ দিছে, অপাৰেশ্যনৰ খৰচো দিম বুলি কৈছে। এইদৰেই আমাৰ নিচিনা মানুহ চলিব লাগিব দাদা। ভাল বেয়া নীতি-অনীতিৰ কথা আমিও জানো। আমাৰ নিচিনা দুখীয়াক বিনামূলীয়াকৈ উপদেশ দিওঁতা বহুত আছে, কিন্তু বিনিময় নোহোৱাকৈ সহায় কৰোতা কোনো নাই। আপুনিয়েই বাৰু কিনা পইচাৰে মোক ভাড়াঘৰটোত থাকিবলৈ দিবনে? কোনেও নিদিয়ে। ঘৰটো এনেয়েও এৰি দিম বুলি ভাবি আছোঁ। কাৰণ মাহে চাৰিশ টকা দিয়াৰ সামৰ্থ্য আৰু আমাৰ নাই। দেউতাৰে ভাল হ'ব আৰু হ'লেও পুনৰ চাকৰি কৰিবপৰা হ'ব আশাও নাই। কিন্তু বিনা চিকিৎসাৰে বাৰু দেউতাক কেনেকৈ মৰিবলৈ এৰি দিওঁ? মই যাওঁগৈয়ে দাদা— আপোনালোকৰ পইচাখিনিৰ কিবা এটা যোগাৰ হ'লেই মই ঘৰটো এৰি দিম।' ছোৱালীজনী অলপ ৰ'ল বোধকৰো ওলাই অহা কান্দোনটো বন্ধ কৰিবলৈ। 'দাদাময়ো কথাখিনি খোলাখুলিকৈয়ে ক'লো— বেজাৰ নাপাব—' কথাখিনি কৈয়ে কাঁড় যোৱাদি লখিমী গ'ল। মই বহি ৰ'লো। অনুভৱ হ'ল লখিমীয়ে যেন মোৰ গালত ঠাচ কৈ এপাট চৰহে শোধাই গ'ল। দুৱাৰৰ কাষৰপৰা কোনোবা আঁতৰি যোৱা যেন অনুমান হ'ল। বোধকৰো ৰমা। এই বিষয়ে ৰমাৰ লগতো কথা পাতিবৰ মন নগ'ল।

কেইদিনমান পিছত লখিমীয়ে ঘৰ এৰি দিয়া কথাটো ৰমাই জনালে। তাই হিচাপৰ টকাখিনি লৈ আহিছিল। ৰমাই ঘৰ ভাড়াটো ল'লে। ধাৰলৈ দিয়া টকা চাৰিশ এৰি দিলে। লখিমীয়ে হেনো কৈছে দেউতাকৰ বোলে অপাৰেশ্যন কৰাৰ অৱস্থা নাই। ঘৰলৈ লৈ যাবলৈ কৈছে— ঔষধ পাতি খুৱাই কিমান দিন থাকে ৰাখিবলৈ।

এমাহমান পিছত কোনোবাই ৰমাক লখিমীৰ দেউতাক ঢুকুৱা বুলি খবৰটো দিলেহি। দহদিনমান হ'লেই বোলে। ৰমাই মোক ৰাতি কথাটো ক'লে। 'হয় নেকি' বুলি মই মনে মনে ৰ'লো। নিজৰ দেহা বেচি দেউতাকক ভাল কৰিবলৈ বিচৰা লখিমীৰ কৰুণ মুখখনে মোক বহুত ৰাতিলৈ আমনি কৰি থাকিল। □

# অজামিলৰ চিঠি ঃ নৰকৰ পৰা

মৰমৰ সখী,

কিয় জানো আজিকালি মোৰ তোমালৈ মনত পৰি থাকে। সেই সোণাজুৰি গাঁৱৰ কথা— নৈখনৰ ভাঁজে ভাঁজে সাপৰ দৰে পৰি থকা মাটিৰ বাটটোৰে লৰা-ঢপৰা কৰাৰ কথা। নৈত সাঁতুৰি যুৰা, বৰশী বোৱাৰ কথা। এহাতে পেণ্টত খামুচি এহাতে কঠ-ফলি লৈ স্কুললৈ যোৱাৰ কথা। স্কুলৰপৰা আহি বৌটিহঁতৰ লগত বোকনী-দাকনীলৈ চাহ আৰু জলপান কঢ়িয়াই নিয়াৰ কথা। হালখতি আৰু তিথিবোৰত বগা চুৰিয়া পিন্ধি চেলেং-গামোচা লৈ নামঘৰলৈ যোৱা ককাইহঁতৰ পিছে পিছে নামঘৰলৈ যোৱাৰ কথা। ভোৰতাল বজাই ককাইঁতে প্ৰসংগ কৰে, সুৰ লগাই কাকুতি ঘোষা গায়, 'কিমতে ভকতি কৰিবো তোমাক হৰি হৰি এ' বুলি। আমি প্ৰসাদৰ খৰাহিত চকু ৰাখি বাহিৰতে হৈ-গুডু খেলি থাকি 'শ্ৰী কৃষ্ণ শঙ্কৰ গুৰু' বুলি নাম সামৰণি মৰাৰ লগে লগে প্ৰসাদ পাবলৈ লৰ মাৰো। ককাই গৰম দিনত চোতালত বহি কীৰ্তনৰ সাধু কয়— প্ৰহ্লাদৰ কথা, দামোদৰ বিপ্ৰৰ কথা, অজামিলক নিবলৈ যমদূত আৰু বিষ্ণুদূতহঁতৰ টনা-আঁজোৰাৰ কথা। ককাৰ কোৱাৰ ধৰণ বৰ সুন্দৰ, ৰস লগাই ভাও দি কয়। কেতিয়াবা গুৰুজনাৰ কথা কয়— বোলে শঙ্কৰ গুৰু বৈকুণ্ঠৰ শ্ৰীকৃষ্ণই আছিল। অসমত ধৰ্মৰ গ্লানি হৈ বামাচাৰ, ব্যাভিচাৰে, বলি-বিধান, জাত-পাতৰ ভেদাভেদে সমাজখন বিদৰি পেলোৱাত শঙ্কৰৰূপে জনম লভিলে। নানা তীৰ্থ ভ্ৰমি, নানা শাস্ত্ৰ পঢ়ি সাধু-সজ্জনে ধৰ্মালোচনা কৰি অসমত একশৰণ ধৰ্ম থাপিলে। কীৰ্তন, দশম আদি শাস্ত্ৰ ৰচি ভক্তি-ধৰ্ম বিলালে। নামঘৰ সাজি জাত-পাতৰ ভেদাভেদ গুচাই গাৰো, মিৰি, যৱন সকলোকে একেখন মজিয়াতে বহুৱাই সংহতিৰ ডোলেৰে অসমীয়া সমাজখন গঢ়িলে। বৰগীতৰ ৰাগেৰে বসমগ্ৰী ভকতিৰ নিজৰা বোৱাই ভাওনা-নাটেৰে মানুহক ভগৱানৰ লীলা চাক্ষুষ দৰ্শন কৰাই লোক সংগ্ৰহ, লোকৰঞ্জন কৰি অসমৰ জ্ঞান ভঁৰালত কাললৈ মণি-মুকুতা সঞ্চিত কৰি গ'ল। ককাই কোৱা কথাবোৰ টান, আধা বুজো আধা নুবুজো। তথাপি শুনি বুকু ভৰি উঠে। আৰু গাঁৱৰ বাৰ্ষিক ভাওনাৰ খবৰ পালে আমাৰ কম উলাহ লাগেনে? সত্ৰৰপৰা ৰঘুনাথ গোসাঁই আহি নামঘৰত নাট মেলাৰ দিনা আমিও উবুৰি খাই পৰো। আখৰাত ভাও লোৱা ডেকাহঁতক বচন ভগাই দিয়া হয়। ৰুক্মিণীৰ ভাও লোৱা বোৰুৱা খুৰাই নাকী সুৰে বিলাপৰ ৰাগ টানে। লুকাই-চুৰকৈ আখৰা চাই আমি চেঙেলীয়া জাকেও খেলৰ পথাৰত, স্কুলৰপৰা ঘৰলৈ

ওভতাৰ পথত ভাওনাত দিয়াৰ দৰে ঠেও-থমকত খোজ দিওঁ। ধিন্ তাক্ ধিন্ তাক্ বুলি খোলৰ চেও মাৰি যুদ্ধৰ বচন মাতি গৰবাগৰবি লগাওঁ। ভাওনাৰ কেইদিনমান আগৰেপৰা চিৰা-পিঠা খুন্দা কোমল চাউলৰ দিহা কৰাৰ খদমদম লাগে। দূৰ-দূৰণিৰ মিতিৰ-কুটুম, জীয়ৰী বাৰ্ষিকৰ নাম আৰু ভাওনা উপলক্ষে আহিব। কাপোৰ ধোৱা, উঁই হাফলু বিচাৰি মাটি আনি ঘৰ-চোতাল মচাৰ কামত জীয়াৰী-বোৱাৰীৰ তত হেৰায়। ভাওনাৰ আগদিনা ভাৱৰীয়াই হবিচ কৰি ভাওনাৰ শেষলৈকে লঘোণে থাকিব। তাৰ বাবে আকৌ কেঁচা পিঠাগুৰিৰ জুৰীয়া যোগান বুঢ়ী আইসকলৰ। ভাওনাৰ দিনা চৰু-হাড়ি ধুই, নিকা কাপোৰ পিন্ধি বোৱাৰীহঁতে হাতে হাতে শৰাই-বন্তি লৈ নামঘৰত সেৱা জনাবহি। দূৰণিৰপৰা অহা ভকত, গাঁৱৰ বুঢ়া-মেথাই চেলেং-গামোচা লৈ শাৰী শাৰীকৈ নামত বহিব। তোৰতালৰ শব্দত, নামৰ ধ্বনিত আকাশ-বতাহ্ ৰজন্‌জনাই যাব। আমিজাকে ভাওনাৰ কাষতে থকা খ্রৈ ঘৰত সোমাই ধনু-কাঁড়, গৰুড় পক্ষী, ভাৱৰীয়াই ভাড়লৈ অনা সাজ পিতপিতাই চাই ভাবি খাই দৌৰাদৌৰি কৰোঁ। প্ৰসাদ বিতৰণৰ পিছত কোমল চাউলৰ জলপানৰ জুতি লৈ আমি জলফুল কৰি ফুৰোঁ। আবেলিতে আইহঁতে চৰু জুৰি মিতিৰ-কুটুম, গৃহস্থক খুৱাই ভাওনা চাবলৈ আহৰি হয়। গধূলিৰ পিছতে ভাওনা চাবলৈ আমি ঠেলা-হেঁচা কৰি আগত বহোঁ, কেতিয়াবা ভলণ্টিয়াৰৰ চেকনিৰ কোব খাওঁ। পাটৰ চোলা, চেলেং পিন্ধি মূৰত মথুৰা পাগ মৰা সত্ৰৰ গোঁসাই আহি লাই খুটাৰ কাষত আসনত বহেহি। প্ৰথমে আৰিয়া ধৰি কেবাজনো ভকতে ভাওনাৰ থলী প্ৰদক্ষিণ কৰে। খোলত চাপৰ মাৰি গায়ন-বায়নৰ সৰু ধেমালি, বৰ ধেমালি আৰম্ভ হয়। সূত্ৰধাৰীয়ে স্বস্তিবচন মতাৰ লগে লগে লগত গৰুড় পক্ষী আৰু পৰিষদ সহিতে শংখ-চক্ৰ-গদা-পদ্মধাৰী বৈকুণ্ঠৰ শ্ৰীকৃষ্ণৰ প্ৰৱেশ ঘটে। ৰাইজে উঠি হৰিধ্বনি দি সেৱা জনায়। ভৰা-শংখ আয়তীৰ উৰুলীত যেন নামঘৰলৈ সাত বৈকুণ্ঠ নামি আহে। সূত্ৰধাৰী নাচৰ পিছত ভাৱৰীয়াৰ প্ৰৱেশ হয়। ভাওনা চলি থাকে— ৰাতিপুৱালৈকে যুদ্ধৰ বাজনা মাৰি বিলম্বিত লয়ত যুদ্ধ চলি থাকে। টোপনিত আমাৰ চকু জলক-তবক হয়। বেছিভাগেই শেষলৈ খেৰৰ শয্যাতে টোপনিত ঢলি পৰোঁ।

সৰুকালৰ সেই মধুৰ দিনবোৰ কেনেকৈ জানো শেষ হৈ গ'ল! এদিন কৰবাই আমাক এৰি সৰগলৈ গ'ল। সেইদিনা বৰতে কান্দিছিলো। নগৰত চাকৰি কৰা দেউতাই ককা ঢুকুৱাৰ পিছতে মাটি এটুকুৰা লৈ সৰু ঘৰ এটা কৰি আমাৰ পৰিয়ালটোক নগৰলৈ লৈ আহিল। সিদিনা আমি ভিতিত ধৰাধৰি কৰি কমখন কান্দিছিলোনে! তোমাক, লগৰীয়াহঁতক, গাঁৱৰ আইতা, সোণকুৰি নৈখনক, খুৰা, ভতিজা, পেহীহঁতক আৰু নামঘৰটো এৰি আহিবলৈ মন যোৱা নাছিল। মায়ে আৰু ভনীজনীয়েও কান্দিছিল। গুৱাহাটীলৈ আহি কেতিয়াবা মনে মনে পলাই গাঁৱলৈ গুছি যোৱাৰ কথা ভাবিছিলো। কিন্তু মথুৰালৈ আহি কৃষ্ণই যেনেকৈ ঘূৰি যাব গকুললৈ যাব নোৱাৰিলে, ময়ো তেনেকৈ নগৰতে বন্দী হৈ ৰ'লো। লাহে লাহে নগৰৰ সা-

সুবিধা, গাড়ী-মটৰৰ ব্যৱস্থা, ভাল স্কুল-কলেজৰ শিক্ষাৰ মোহত স্মৃতিবোৰ হেৰাই গ'ল। বিজুলী চাকিৰ পোহৰত গাঁৱৰ চাকিৰ পোহৰ মোলান পৰি আহিল।

সৰুৰেপৰা মোক সকলোৱে চোকা ল'ৰা বুলিছিল। নগৰীয়া স্কুলৰ সুবিধা পাই মোৰ চোক বাঢ়িল। সুখ্যাতিৰে বি. এচ. চি. পাছ কৰি সহজেই ভাল চাকৰি এটাও পালো। মা-দেউতাৰ মুখত হাঁহি নধৰা হ'ল। দেউতাই টানিটুনি ঘৰ এটা সাজি ভনী দুজনীকো ভালমতেই উলিয়াই দিছিল। চাকৰিত 'জইন' কৰিবৰ দিনা দেউতাই বুজাইছিল— 'বোপাই, যোগান বিভাগৰ চাকৰি। বহুত বাহিৰা সুবিধা হেনো। তই পিছে সৎভাবে থাকি যি উপাৰ্জন কৰ সেয়াৰেই সন্তুষ্ট থাকিবলৈ যত্ন কৰিবি। এবাৰ ভৰি পিছলিলে নৰক পাবলৈ সৰহ দিন নালাগিব। দেউতাৰ কথা ৰাখি সততাৰেই চাকৰি আৰম্ভ কৰিলো। পিছে সময়ৰ লগে লগে মনো সলনি হ'ল। লগৰ বিষয়াই স্কুটাৰ-মটৰত অফিচলৈ আহে, মোৰ চাইকেলখন দেখি মস্কৰা কৰে। 'কলিগ'সকলে বুজালে মোৰ টেবুলখন হেনো লক্ষ্মী টেবুল। আনে বহিবলৈ কঢ়া-আজোৰা কৰে। মই কিন্তু নাচোৰবান্দা হৈ ৰ'লো। বহুতৰ অসুবিধাও হ'ল। চাৰিওফালৰপৰা হেঁচা আহিল, ওপৰৰ পৰাও। ঠাট্টা আৰম্ভ হ'ল ধৰ্ম যুধিষ্ঠিৰৰ পুতেক বুলি। বন্ধুৱে বুজালে হাতলৈ অহা লক্ষ্মীক অৱমাননা কৰিলে চিৰদিন পস্তাবা। মোৰো মনৰ মাজত লোভ আৰু বিবেকৰ টনা-আজোৰা আৰম্ভ হ'ল। লোভৰ জয় হ'ল। প্ৰথমে দেউতা-মাৰ কথা ভাবি মন বেয়া লাগিছিল। পিছে এবাৰ বোকাৰ চিটিকনি গাত লেটি ল'ব পাৰিলে পিছত নৰকৰ বাটত খোজ দিবলৈ সংকোচ নোহোৱা হয়। চোকা মগজুৰে মই সোনকালেই আলাউদ্দিনৰ চাকি হস্তগত কৰিবপৰা কৌশলটো সুন্দৰভাৱে আয়ত্ব কৰি পেলালো। লাহে লাহে 'বেংক বেলেঞ্চ' বাঢ়িবলৈ ল'লে। কেইবছৰমানতে নগৰৰ মাজত ঘৰ-মাটি, গাড়ীও হ'ল। দেউতাই পুত্ৰৰ উন্নতিত প্ৰথমে ৰং ৰং পাইছিল। পিছলৈ দেউতাই হয়তো মোৰ ধনী হোৱাৰ বাটটোৰ কথা গম পালে। মা-দেউতাৰ মুখৰ হাঁহি যেন হেৰাই গ'ল। এদিন 'বিলাতী' ধৰি অহা অৱস্থাতে দেউতাৰ চকুত ধৰা পৰিলো। হঠাৎ এদিন দেউতা চুকাই থাকিল। শিৰৰ সেন্দুৰ মচি মায়ে হুৰাওবাৰে কান্দিলে। দুদিনমান অপৰাধবোধত ভুগিলো যদিও আকৌ লক্ষ্মীৰ আৰাধনাত লাগিলো। এইবাৰ ধনৰ লগতে সমাজৰ উচ্চখাপৰ বিষয়াৰ একমাত্ৰ আধুনিকা কন্যাৰ পত্নীৰূপে গৃহ প্ৰৱেশ ঘটিল। মায়ে অৱশ্যে কৈছিল, 'বোপাই, সমানে সমানে কাজ কৰিলেহে নিজৰ মান ৰয়।' পিছে মাৰ কথা অপ্ৰাসংগিক যেন হ'ল। নিজৰ ঘৰতে মা যেন লোকৰ মানুহ হ'ল। বৰ নাতিৰ জন্মৰ সময়ত বেচেৰীয়ে নাতিয়েকৰ নাম নাৰায়ণ ধৰ বুলি উলিয়াইছিলহে, বোৱাৰীয়েকৰ 'গাঁৱলীয়া ভূত' বুলি ধমকি খাই মনে মনে ৰ'ল। পত্নীয়ে নিজৰ সাজ-সজ্জাৰ লগতে ঘৰৰ আদৱ-কায়দাৰ লগতে সকলো আধুনিকীকৰণ কৰিলে। মায়ে ঘৰ এৰি যাব ওলাইছিল,মোৰ মুখলৈ চাই ৰ'ল। অসমত পঢ়াবলৈ ভাল স্কুল

নোহোৱাটো খাটাংভাৱে জনা মোৰ পত্নীয়ে ল'ৰা-ছোৱালীকেইটাক দিল্লী-মুম্বাইতহে পঢ়োৱাৰ দিহা কৰিলে। মোৰ আপত্তিৰ কাৰণ নাছিল, পইচাৰো অভাৱ নাছিল। তাতে বাহিৰত পঢ়াব পৰাটোও এটা সামাজিক প্ৰতিষ্ঠা আৰু গৌৰৱ দিয়াচোন! পিছে সিহঁতে কি পঢ়িলে সিহঁতে আৰু সেয়া মাকেহে জানে। ডাঙৰজনী ছোৱালীয়ে কিবা বোলে 'মডেলিং' শিকিলে। তাইৰ ড্ৰেচ দেখিলে মোৰ দৰে আধুনিক বাপেকৰো লাজ লগা অৱস্থা। বৰপুত্ৰই দীঘল চুলি বান্ধি বেণি গুঠি কাণত এপাট ফুল পিন্ধি বহুৰূপীৰ সাজ পিন্ধা হ'ল। সৰু ল'ৰাটো দেখাত বকাসুৰৰ দৰেই শকত-আৱত। সি চুলি চুটিকৈ কাটি মস্ত জোতা পিন্ধি দপ্‌দপাই খোজ কাঢ়ে। ডাঙৰ ডাঙৰকৈ কথা কয়। তাৰ চকু দুটা ৰঙা। অনবৰত মুখেৰে কিবা চোবাই থাকে। সিহঁতে মোৰ লগত বৰকৈ কথা-বতৰা নাপাতে— ময়ো দেখিলেও একো ক'ব নোৱাৰো। কৈ লাভো নাই। কাৰণ টকা-পইচাৰ বাহিৰে তেওঁলোকে মোক আন কথাৰ বাবে প্ৰয়োজনীয় মানুহ বুলি নাভাবেই। প্ৰথম প্ৰথম টকা-পইচা পোৱাৰ খবৰ পাই ভাইটোৰ ল'ৰা, মামাৰ ছোৱালীহঁতে কোনোবাই পঢ়া খৰচ, কোনোবাই আন কিবা সহায় বিচাৰি আহিছিল। পিছে পত্নীৰ 'মই আনক বিলাবলৈ এইখন দানসত্ৰ খোলা নাই নহয়' বুলি কোৱা কেটেৰা মাতত কোনো নহা হ'ল। অ' মনত আছেনে তুমিও তোমাৰ ল'ৰাটো এবাৰ মোৰ ওচৰলৈ পঠাইছিলা— মোৰ অফিচতে কেইটামান পোষ্ট ওলোৱা খবৰ কৰিবলৈ। সি আহি মোক তাৰে বুলি চিনাকিও দিছিল। মই তাৰ চাৰ্টিফিকেটবোৰ চাইছিলো। বোধকৰো এপ্লাই কৰা সকলোৰে ভিতৰত তাৰে বোধহয় যোগ্যতা সৰ্বাধিক আছিল। পিছে অকল যোগ্যতাত আজিকালি চাকৰি নহয়, প্ৰতিটো চাকৰিৰ বাবে কমেও এক লাখৰ দৰ-দাম হৈ আছিল। তাক সুধি জানিলো টকা দিয়াৰ ক্ষমতা দূৰৰ কথা, সোণাকুৰীয়ে খেতিৰ মাটি বন্ধকাই নিয়াৰ পিছত তোমালোকৰ খোৱা মুঠিৰে হাঁ-হাঁ-কা-কা অৱস্থা।

এবাৰ বৰ মন গৈছিল— সেই দামোদৰ বিপ্ৰ দ্বাৰকালৈ আহোঁতে শ্ৰীকৃষ্ণই যে তেওঁক অজস্ৰ ধন-বিত্তৰ গৰাকী কৰিলে, সেইদৰে তোমাৰ ল'ৰাটোকো চাকৰি এটা দিবলৈ। পিছে নোৱাৰিলো জানা— ইমান টকাৰ ভাগ বাটোৱাৰাৰ 'বিষয়টো' অকলে ল'ব নোৱাৰি। যাবৰ সময়ত তাক কিবা এটা দিবৰ মন গৈছিল। পিছে সংকোচ হ'ল, মোৰ নৰকৰ ধনেৰে তোমাক কলুষিত কৰিবলৈ। তাতে আজিকালি বোলে তুমি নামঘৰীয়া— নামঘৰত বন্তি জলাই চাকি-প্ৰসংগ কৰা।

এৰা, নৰকৰ কথা আহিল যেতিয়া কওঁ— মই বহুকালৰেপৰা নৰকতে বাস কৰি আছো। সেই যে অজামিলৰ দৰে সংসাৰৰ কামনাৰূপী বেশ্যাত আসক্ত হৈ সততাৰপৰা পিছলি পৰিলো, সিদিনাৰ পৰা। মোৰ বুকুৰ মাজত অনবৰত অপৰাধবোধৰ নৰক এখন

কাটিয়াই লৈ ফুৰোঁ। ঘৰৰ নৱকখনতো পত্নী-পুত্ৰ-কন্যাৰ, বন্ধু-বান্ধৱৰ অমাৰ্জিত হৈ-হাল্লা, ডেকত বজা বিদেশী গানৰ উৎকট চিঞৰেৰে গুলজাৰ হৈ থাকে। অফিচতো চৌপাশে নৱকৰ ভীৰ। ক'ৰবাত পচা চাউল কেলেঙ্কাৰী, ক'ৰবাত বিষাক্ত মুগ-বুট খাই মানুহ মৰাৰ খবৰে বাতৰি কাকত গৰম কৰি ৰাখে। পিছে সেইবোৰলৈ কোনেও ভ্ৰূক্ষেপ নকৰে। দুদিনমান বৌজাল-বৌজাল কৰি নিজেই তল পৰে। ময়ো ভয় কৰাৰ কাৰণ নাছিল। পিছে ডাঙৰ ল'ৰাটোৱে লগালে গণ্ডগোলখন। ড্ৰাগচ চাপ্লায়াৰ বুলি সি জেলৰ ভাত খাবলগীয়া। টকাৰ জোৰত আৰু সৰু ছোৱালীজনীৰ যত্নত কিবাকৈ ৰক্ষা পৰিল— তাইৰ বোলে মিনিষ্টাৰ, এম, এল, এ, সকলোৰে লগত বৰ হুলিগলি। পিছে এবাৰ ভোট লৰিলে ঘৰত ফাঁট মেলাৰ দৰে মোৰ পিছত 'এণ্টিকৰাপ্চন'ৰ নজৰ পৰিল। মোৰ আয়তকৈ সঞ্চিত সম্পত্তিৰ পৰিমাণ হাজাৰ গুণে বেছি। টকা দি 'মেনেজ' কৰিব নোৱাৰিলো। চাকৰিটো গ'ল, লগতে সন্মানো। অৱশ্যে সন্মানতো নাছিলেই। ইতিমধ্যে সৰু ল'ৰাটোও এটা অঘটন ঘটাই ঘৰ এৰি উগ্ৰপন্থী হ'ল বোলে। আজিকালি তাৰ নাম বাতৰি কাকত আৰু পুলিচৰ ডায়েৰীত সঘনে লিখা হয়। সি হেনো দেশৰ নামত ডকা-হকা দি ধন সৰকোৱা, ৰেলত বিস্ফোৰণ ঘটোৱা, গুলি-বোমাৰে নিৰীহ লোকৰ মাজত আতংক সৃষ্টি কৰাত সিদ্ধহস্ত। সিদিনা স্বাধীনতা দিৱসত ধেমাজিত কণ কণ শিশুৰ তেজেৰে যি হোলী খেলা হ'ল, তাতো হেনো তাৰ হাত আছিল। জানা সখী, আজিকালি মই কোঠালী এটাত অকলে বহি বহি এইবোৰ নৱক যন্ত্ৰণা ভুগি থাকো। অকল মনেই নহয়, দেহাটাও নৱকৰ বাহ হ'ল। ডায়বিটিচ, হাইপ্ৰেচাৰ আছিলেই, আজিকালি গাঁঠিয়ে গাঁঠিয়ে আৰু আঠুত ভয়ঙ্কৰ বিষ। ডাক্তৰে কিবা 'অষ্টিওপৰোচিচ' বুলি কয়, খোজেই কাঢ়িব নোৱাৰো। তাতে আকৌ নতুনকৈ ইনচ্মনিয়াই লগ দিছে, টোপনি নাহে। টোপনি নাহিলে এক প্ৰচণ্ড ভয়ে বুকুখন যেন হেঁচি থাকে। চাৰিওফালে নৱকৰ ভয়ানক দৃশ্যবোৰ অহা-যোৱা কৰি থাকে। যমদূতবোৰে চাৰিওফালে ভেঙুচা-ভেঙুচি কৰি মোক অস্থিৰ কৰি তোলে। চেকত চহী কৰিবলগীয়া নহ'লে পত্নীও কাষলৈ নাহে। ল'ৰা-ছোৱালীৰ কথাই নাই। অৱশ্যে কাজৰ এটাই মোক চোৱা-চিতা কৰে, খাবলৈ দিয়ে। কেতিয়াবা হুইল চেয়াৰত বহুৱাই ফুৰাইও আনে। মাজে মাজে ডাক্তৰ খাউণ্ড আহে। প্ৰেচাৰ পৰীক্ষা কৰে, ইন্জেক্চন্ ঔষধ দি বহুতপৰ আড্ডাও দিয়ে। তেওঁ আমাৰ পুৰণা পাৰিবাৰিক বন্ধু, বহু বিপদৰো ত্ৰাণকৰ্তা। সৰু ল'ৰাটোৰ বন কৰা ছোৱালীজনীৰে হোৱা কেলেঙ্কাৰীটোত তেওঁনো কম বচালেনে? নহ'লে গোৰে-পোৰে তল যোৱা কথা। টুকটুকীয়া সাতমহীয়া কেঁচুৱাটো পেলাবলৈ নিওঁতে মই দেখিছিলো —বুকুখন ধৰফৰাইছিল, হাজাৰ হওঁক সি মোৰ প্ৰথম নাতি আছিল নিয়াচেন। অধিক ৰক্তক্ষয় হৈ পুতুলী নামৰ ছোৱালীজনী মৰিল। মহিলা সমিতিও জাতুৰ খাই আহিছিলেই। ডাক্তৰে যেনিবা জোৰ দি জণ্ডিচ হৈ মৰা বুলি চাৰ্টিফিকেট দিয়াত ৰক্ষা পৰিলো। বিধবা মাকজনীয়ে ৰবকৈ কন্দাকটা কৰিছিল। দহ হাজাৰ দিলত কৃতজ্ঞ হৈ গুচি গ'ল। সেয়ে ডাক্তৰ আহিলে মই

সকাহ পাওঁ। তাহানি 'ভকতৰ সংগ সদা নুগুচোক' বোলাৰ অৰ্থ নুবুজিছিলো। সংগহীনতাৰ যন্ত্ৰণা যে কি ভয়াবহ এতিয়াহে বুজিছো। সেয়ে ভাক্তৰক কেতিয়াবা মোক উদ্ধাৰ কৰিবলৈ অহা বিষ্ণুদূত যেন অনুমান হয়।

সখী, বহুদিন নৰকত থাকি আজিকালি প্ৰায়েই তোমালৈ মনত পৰে। পাপী অজামিলে 'নাৰায়ণ' পুত্ৰৰ নাম লৈ নৰক যন্ত্ৰণাৰপৰা ৰক্ষা পৰিছিল। কিন্তু মইতো সিহঁতক 'নাৰায়ণ' দূৰৰ কথা, মানুহো কৰিব নোৱাৰিলো। কেতিয়াবা বহি ককাইতে নামঘৰত গোৱা পদবোৰ আওৰাব খোজো—নোৱাৰো। তাকে দেখি যমদূতবোৰে খেক্‌খেকাই হাঁহে, খোচা-বিন্ধা কৰে, যন্ত্ৰণাত চাটিফুটি লাগে। মানুহে কয় টোপনি হেনো আহিব কোলাৰ উমৰ দৰে— সকলো যন্ত্ৰণা পাহৰাই দিয়ে। কিন্তু মইযে শুবও নোৱাৰো। শুব পৰা মানুহে নিদ্ৰাহীনতাৰ যন্ত্ৰণা কি বুজিব।

সখী—তুমি হেনো নিতৌ নামঘৰত বন্তি জ্বলোৱা —সকলোৰে মঙ্গল কামনা কৰি নাম-প্ৰসঙ্গ কৰা। তুমি বাৰু মোৰ বাবে অকণমান প্ৰাৰ্থনা কৰিব পাৰিবনে? বৈকুণ্ঠপ্ৰাপ্তি বিচৰা নাই, মাত্ৰ মোৰ যেন গভীৰ টোপনি আহে; তাৰ বাবে প্ৰাৰ্থনা কৰিবা। সেই মহানিদ্ৰাৰপৰা কোনো নতুন জগতত যদি জন্ম পাওঁ, তেন্তে যেন এনে ঠাইতে ওপজো য'ত পুৱা সাৰ পালেই ডবা-কাঁহৰ ধ্বনি, বৰগীতৰ সুৰ আৰু কাকূতি মোৰাই মনৰ সকলো কালিমা টোৱাই নিয়ে। ❑

# দিশহাৰা তৰা

প্ৰশান্ত আকাশৰ ফালে চালে শতভানুৱে। আকাশত কৃষ্ণ দ্বাদশীৰ ক্ষীণ জোনাক। চাৰিওফালে গা চমচমাই যোৱা পুহ মাহৰ শীতাৰ্ত আন্ধাৰতো উত্তৰীয়ৰ সামান্য আভৰণৰ তলতো যেন ঘামিছিল প্ৰাচীৰ গড় ৰাজ্যৰ মাতৃ মন্দিৰৰ মুখ্য পুৰোহিত শতভানু। মন্দিৰৰ দীৰ্ঘ অলিন্দ দ্ৰুত পদক্ষেপেৰে পাৰ হৈ খট্‌খটিৰে নামি পূৰ্বদিশে কিছু আগুৱাই গৈ থমকি ৰ'ল। নাতিদূৰত সেই হিম চেঁচা আৰতো প্ৰদীপৰ ক্ষীণ আলোকত এক ভিক্ষাৰী তলমূৰ কৰি বহি আছিল বহুপৰৰ পৰাই। ভিক্ষাৰীৰ সন্মুখলৈ গৈ শতভানুৱে সুধিলে, 'বৎস প্ৰাৰ্থনীয় কিবা আছেনে?'

মূৰ তুলি সন্তৰ্পণে ইফালে-সিফালে চাই ভিক্ষুকে ক'লে—'প্ৰাৰ্থনা নিবেদন কৰিব পাৰোনে?'

—'সংক্ষেপে কোৱা।'

বুকুৰ মাজৰপৰা পত্ৰ এখন আগবঢ়াই দি ভিক্ষুকে নিম্নস্বৰত ক'লে— 'পশ্চিম পৰিখাৰ নাতিদূৰত কৌৰৱ চন্দ্ৰভানুৱে সদলবলে যাযাবৰ বেশেৰে অস্ত্ৰ-শস্ত্ৰৰে সজ্জিত হৈ আছে। তেওঁ কুমাৰৰপৰা নিৰ্দেশ বিচাৰিছে।'

পত্ৰখন ক্ষিপ্ৰভাৱে খোচনিত থৈ হাতত অনা প্ৰসাদৰ পাত ভিক্ষুকৰ হাতত দি ক'লে— 'পদ্মকোৰকৰ মাজত বিধান আৰু মাৰ্গ নিৰ্দেশনা আছে। বিপদ দেখিলে ভক্ষণ কৰিবা। মুখেৰে কৰা অহা চতুৰ্দশীত মাতৃ পূজাৰ ঘট বিসৰ্জনৰ বাবে পশ্চিম দুৱাৰ মাজনিশা খোলা হ'ব। উৎসৱমুখৰ অস্ত্ৰহীন ৰজা-প্ৰজাৰ অসতৰ্ক অৱস্থাত আক্ৰমণৰ সেই সময়তেই হ'ব সুবৰ্ণ সুযোগ।'

প্ৰণতি জনাই সেই ভিক্ষুক আন্ধাৰত বিলীন হৈ যোৱালৈ চাই শতভানুৱে দ্ৰুত পদক্ষেপে মন্দিৰৰ সংলগ্ন কোঠাত সোমাল। সাৱধানে অৰ্গলবদ্ধ কৰি চাকিৰ সন্মুখত মেলি ধৰাত কৌশলে লিখা অক্ষৰসমূহ জিৰবিৰাই উঠিল। চন্দ্ৰভানুৱে লিখিছে— 'আমি অধীৰ আগ্ৰহেৰে মৰণ-পণ কৰি যাযাবৰ বেশেৰে গড়ৰ বাহিৰত সাজু হৈ বৈ আছো। সময় আৰু আক্ৰমণৰ নিৰ্দেশ প্ৰাৰ্থনীয়।'

শতভানুৱে বৰ্তিশিখাত পত্ৰখন জ্বলাই দিয়াৰ লগে লগে দাউদাউকৈ জ্বলি ছাই হৈ গ'ল। বুকুৰ মাজতো একুৰা প্ৰতিশোধৰ জুই দপ্‌দপকৈ জ্বলি উঠা গম পালে শতভানুৱে। পাঁচ বছৰ আগতে এই প্ৰাচীৰ গড়তে নিৰ্মমভাৱে হত্যা কৰা হৈছিল শতভানুৰ অগ্ৰজ বৰ্ণাৱত ৰাজ্যৰ যুৱৰাজ ৰুদ্ৰভানুক। সীমান্তত উপদ্ৰৱকাৰী অহিৰ নামৰ পাৰ্বত্যগোষ্ঠীয়

জনজাতিক দমন কৰিবলৈ আহি দুৰ্বিপাকত এই প্ৰাচীৰ গড়তেই চন্দ্ৰভানুৱে আশ্ৰয় লোৱাৰ কথা গম পাইছিল বৰ্ণাবতৰ ৰজা ভানু সিংহই। সৰু জনপদৰ অধিপতি ভানু সিংহই পুত্ৰৰ আশ্ৰয়দাতা ৰজালৈ যথেষ্ট উপঢৌকনেৰে প্ৰাচীৰ গড়ৰপৰা পুত্ৰক ওভটাই অনাৰ বাবে কটকী পঠিয়াওতে এক নিৰ্মম দুঃসংবাদ হে কঢ়িয়াই আনিলে কটকীয়ে। কোনো অজ্ঞাত কাৰণত হত্যা কৰা হৈছে যুৱৰাজ চন্দ্ৰভানুক। হৃদয় বিদাৰক এই দুঃসংবাদত শোকত ভাগি পৰিল বৃদ্ধ ৰজা আৰু ৰাণী সন্ধ্যাৱতী। শোকস্তব্ধ হৈ পৰিল দুই ভাতৃ শতভানু আৰু চন্দ্ৰভানুৰ সৈতে সমস্ত প্ৰজাকুল। ৰাজপদত অভিষিক্ত হ'ব লগা সৰ্বজনপ্ৰিয় চন্দ্ৰভানুৰ হত্যাত ক্ষোভ আৰু প্ৰতিশোধ স্পৃহাত অধীৰ হৈ পৰিল তেওঁলোক। বিশেষকৈ পুত্ৰ হত্যাৰ প্ৰতিশোধ অবিহনে পিতৃৰ ভূমিশয্যা আৰু শাকান্ন ভক্ষণৰ প্ৰতিজ্ঞাই যেন জ্বলা জুইত ঘিঁউহে ঢালিলে। কিন্তু বৰ্ণাবতৰ দৰে ক্ষুদ্ৰ ৰাজ্য এখনে ধনবল, অস্ত্ৰবলেৰে শ্ৰেষ্ঠ সমৃদ্ধিশালী প্ৰাচীৰ গড়ৰ দৰে ৰাজ্যক আক্ৰমণ কৰাটো চাকিত চগা জাহ যোৱাৰ দৰে কথা। গতিকেই প্ৰতিশোধ লোৱাৰ বাবে ৰচিত হ'ল বিশ্বস্ত অমাত্য আৰু সেনাৰে দুই ৰাজপুত্ৰৰ এক দীঘলীয়া ষড়যন্ত্ৰৰ পৰিকল্পনা। তাৰেই অংশ হিচাপে কোঁৱৰ শতভানুৱে এক পৰিব্ৰাজক ব্ৰাহ্মণ পণ্ডিতৰ বেশেৰে প্ৰাচীৰ গড়ত উপস্থিত হৈ তেওঁৰ জ্ঞান আৰু পাণ্ডিত্যৰে ৰজা বিক্ৰম তথা তেওঁৰ পৰিয়াল আৰু সুধীসমাজক এনেদৰে সম্মোহিত কৰিলে যে, পূৰ্বৰ বৃদ্ধ পূজাৰীক কৌশলেৰে আঁতৰাই দিয়াৰ পিছত সৰ্বসিদ্ধান্ত মৰ্মে শতভানু হৈ পৰিল মহাদেৱী মন্দিৰৰ ৰাজপুৰোহিত। অকল ৰজা আৰু প্ৰজাৰেই নহয় পুৰোহিত বেশী ৰাজপুত্ৰ শতভানুৰ তেজোদীপ্ত কান্তিয়ে এগৰাকী গাভৰুৰ হৃদয়ৰ আসনতো ধীৰে ধীৰে যেন উপাস্য মূৰ্তি হৈ বহিল। সেই গাভৰু হ'ল ৰাজকন্যা কাঞ্চন-মালা। কিন্তু ছদ্মবেশী শতভানুৰ বাহিৰে সৌম্য মূৰ্তিৰ অন্তৰালত কিযে এক ভয়ানক প্ৰতিশোধ পৰায়ণ যুৱক লুকাই আছে তাক বুজিবলৈ কাৰো সাধ্য হোৱা নাই। কেতিয়াবা সন্ন্যাসী, কেতিয়াবা ভিক্ষুকবেশী চৰৰ মাধ্যমেৰে গোপন যোগাযোগ চলাই বহু ত্যাগ আৰু প্ৰতীক্ষাৰ বিনিময়ত আজি শতভানু সংকল্প সিদ্ধিৰ শেষ পৰ্যায়ত উপস্থিত হৈছে। মাত্ৰ দুদিনৰ পিছতে কৃষ্ণা চতুৰ্দশীত মহাদেৱী মন্দিৰত অনুষ্ঠিত হ'ব ৰাজ্যৰ বাৰ্ষিক মহামায়া পূজাৰ মহোৎসৱ। মুখ্যতঃ ৰাজ পৰিয়ালৰ পূজা যদিও ৰাজ্যৰ সকলো প্ৰজাৰেই ই আনন্দোৎসৱ। দেৱী পূজাৰ ঘট বিসৰ্জনৰ বাবে মাজৰাতি খোলা হ'ব পশ্চিমৰ দুৱাৰ— য'ত বাহিৰত চন্দ্ৰভানুৰ সতে মৰণপণ কৰা এক দুৰ্দান্ত সৈনিকদল— যিয়ে সেই উৎসৱমুখৰ নিৰস্ত্ৰ ৰজা আৰু সমস্ত প্ৰজাৰ ওপৰত জাঁপিয়াই পৰি ধ্বংস কৰি দিব প্ৰাচীৰ গড় ৰাজ্যৰ সম্পদ আৰু সৈন্যশক্তি। প্ৰতিশোধৰ সেই জুইত জ্বলি যাব ভাতৃহন্তা ৰজা-ৰাণী, ৰাজকোঁৱৰ, ৰাজপুত্ৰ আৰু ৰাজকন্যা— হঠাতে বুকুৰ মাজত যেন তীব্ৰ যন্ত্ৰণাই কঁপাই তুলিলে শতভানুৰ বজ্ৰকঠোৰ হৃদয়। আকাশৰ পৰীৰ দৰে সুন্দৰ, পখিলাৰ দৰে সেই চঞ্চলা নিতম্বিনী ৰাজকন্যাৰ আয়তনেত্ৰৰ অন্তৰালত তেওঁৰ প্ৰতি প্ৰচ্ছন্ন হৈ থকা প্ৰগাঢ় অনুৰাগৰ প্ৰকাশ

জানো নজনাকৈ আছে তেওঁ? প্ৰতিশোধৰ বহ্নিৰ প্ৰবলতাৰ মাজতো আজিকালি শতভানুৱে যেন মাজে মাজে অনুভৱ কৰে হৃদয়ত যেন পূৰ্বৰ দহিকা শক্তিৰ ঠাইত প্ৰজ্বলিত হৈ উঠিছে প্ৰেমৰ এক অনাবিল শিখা। অথচ সেই প্ৰেমক স্বীকৃতি দিবলৈও তেওঁ অসমৰ্থ, কাৰণ তেওঁৰ শৰীৰ মন সকলো পিতৃ আৰু ৰাজ্যৰ ওচৰত প্ৰতিজ্ঞাবদ্ধ। আঃ কিযে বিড়ম্বনা! এক অসহ্য যন্ত্ৰণাত চটফটাই থাকি ক্ষণিক বিশ্ৰামৰ বাবে ভূমিশয্যাত দীঘল হৈ পৰিল শতভানু।

শেষ ৰাতি চকুৰ পটা সামান্যভাৱে জাপ খাইছিলহে। সপোনত শতভানুৱে দেখিলে, তেওঁ এক অপৰূপ ৰূপৱতী নাৰীৰ কোলাত শুই আছে। তেওঁ দেখিলে সেই দেৱীৰ মুখ তেওঁৰ মাতৃৰ মুখৰ দৰে। আই বুলি মাতিব খোজা সেই মাতৃৰ মুখখন হঠাতে পৰিবৰ্তিত হ'ল প্ৰাচীৰ গড়ৰ আৰাধ্যা দেৱী মহা মাতৃৰ মুখলৈ। জলদগম্ভীৰ স্বৰে মূৰ্তিয়ে ক'লে— 'বাচা হিংসা প্ৰতিহিংসাৰ কোনো পৰিসমাপ্তি নাই—ক্ষমা আৰু শান্তিয়েহে মানৱতাৰ লক্ষণ। সত্যক সাৰথি কৰি কৰ্ম কৰা, ফলাফল চিন্তা নকৰিবা।'

চকমককৈ সাৰ পাই উঠিল শতভানু। কি সপোন দেখিলে তেওঁ! মহাদেৱীয়ে কি সত্যৰ কথা ক'লে? শতভানুয়ে বিৰবিৰকৈ ক'লে— 'মাতৃ প্ৰতিশোধৰ স্পৃহা হৃদয়ত থাকিলেও পূজাৰী হিচাপে তোমাৰ পূজাত কেতিয়াও ত্ৰুটি কৰা নাই, আন্তৰিকতাৰেই তোমাৰ পূজা কৰিছো। মোক বাট দেখুওৱা আই!'

বাহিৰত তেতিয়া এটা ফেঁচু চৰাইয়ে মঙ্গল উৰুলিৰে প্ৰভাতী বন্দনা কৰিছিল।

প্ৰাতস্নান সম্পন্ন কৰি দেৱীৰ সন্মুখত নিত্যপূজাত বহিল শতভানু। কালি হ'ব লগা মহাপূজাৰ আজি বোধন। ইতিমধ্যে পৰিচাৰকসকলে থৰে থৰে পূজাৰ সামগ্ৰী সজ্জিত কৰিবলৈ আৰম্ভ কৰিছে। বিভিন্ন সুৰভিত দ্ৰব্যৰে আমোদিত হৈ উঠিছে পূজাগৃহ। প্ৰদীপ, ধূপ জ্বলাই শঙ্খধ্বনি কৰি দেৱী মাতৃৰ মুখলৈ চাই চমকি উঠিল শতভানু। মাতৃৰ উজ্জ্বল চাৱনিত যেন বিষন্নতাৰ চাপ! হয়তো অন্তৰ্যামী দেৱীয়ে তেওঁৰ ভক্ত ৰজা আৰু ৰাজ্যৰ অগান্তক বিপদৰ আশংকাত ম্ৰিয়মান। সেই চাৱনিত বুকুত উদ্বেলিত হৈ উঠা আলোড়নক শান্ত কৰিবলৈ তেওঁ মাতৃৰ চৰণত এটি এটিকৈ পুষ্প অৰ্পণ কৰিবলৈ ধৰিলে।

কিমান পৰ পূজাত নিবিষ্ট হৈ আছিল শতভানুৰ মনত নাই। হঠাতে কাৰোবাৰ বীনানিন্দিত কণ্ঠস্বৰত উচপ খাই ঘূৰি দেখিলে সদ্যস্নাতা ৰাজকন্যাৰ হাতৰ সুদৃশ্য কৰণিত ৰক্তকমলৰ কৰোক আৰু ৰক্তজবাৰ মালা। 'আচাৰ্য্য! ৰাজমাতাই আইৰ পূজাৰ বাবে কিছু পুষ্প পঠাইছে আৰু' কাঞ্চনমালাৰ দৃষ্টিক অনুসৰণ কৰি শতভানুয়ে দেখিলে ৰাজকুমাৰীৰ ঠিক পিছতে যিগৰাকী তৰী থিয় হৈ আছে তেওঁক দেখি শতভানু কিছু আচৰিত হ'ল। তেওঁ যেন ৰাজকুমাৰী কাঞ্চনমালাৰ প্ৰতিবিম্বহে— পাৰ্থক্য মাত্ৰ কাঞ্চনমালা যেন ফুলি উঠা এটি ফুল আৰু এইগৰাকী যেন মৰহিবলৈ লোৱা এপাহ

ফুলৰ কলি। যুৱতীৰ সুন্দৰ মুখমণ্ডলত মেঘৰ ক্লান্ত ছায়া যেন এটি বিষাদ প্ৰতিমাহে। তেওঁৰ হাতত পুৰোহিত বৰণৰ বাবে পট্টবস্ত্ৰ, গৈৰিক উত্তৰীয় আৰু যজ্ঞোপবিত। আজি দুবছৰতকৈও বেছি কাল ৰাজপুৰীত শতভানুয়ে অন্দৰ মহলত আহ-যাহ কৰিছে কিন্তু এওঁক দেখা মনত নপৰে। চিন্তিতভাৱে শতভানুয়ে সুধিলে— 'মহাৰাণীৰ কিবা আদেশ?'

'আয়ে এবাৰ আজৰি সময়ত আপোনাৰ সতে পূজাৰ বিষয়ে কথা পাতিব বিচাৰিছিল।'

'হ'ব মেয়েই সময়ত তেখেতক সাক্ষাৎ কৰিম। আৰু কিবা? ৰাজকুমাৰীৰ দুই চকুত কৌতুক জিলিমিলাই উঠিল— 'আমাৰো কথা এটা আছিল।'

'কিবা আদেশ ৰাজকুমাৰী?'

'আদেশ বুলিলে নকওঁ।'

কৌতুক ভৰা স্নেহেৰে শতভানুৱে ৰাজকুমাৰীৰ মুখলৈ চালে— 'বাৰু অনুৰোধ বুলিলো, এতিয়া নিশ্চয় ক'ব পাৰি?'

'পূজাৰ সময়ত মই সকলো কামতে সহায় কৰাৰ অনুমতি দিব লাগিব।'

'প্ৰাৰ্থনা স্বীকাৰ কৰা হ'ল।'

আইয়ে এয়া নব বস্ত্ৰ পূজাৰ সময়ত পৰিধানৰ বাবে পঠাইছে। গাভৰুৱে আগবঢ়াই দিয়া থালখন হাতত লোৱাৰ মুহূৰ্ততে শতভানুয়ে মন কৰিলে তেওঁৰ মুখলৈ চাই গাভৰু গৰাকীয়ে বিবৰ্ণ মুখেৰে বিৰবিৰকৈ কিবা কৈছে— তেওঁ যেন এতিয়া পৰিছে যাব। তৎক্ষণাৎ এহাতে থালখন ধৰি আনহাতেৰে গাভৰু গৰাকীক ধৰি পেলোৱাৰ মুহূৰ্ততে হঠাৎ এটা অস্ফুট উচ্চাৰিত নামে তেওঁৰ সমস্ত শৰীৰ বিদ্যুৎ স্পৃহৰ দৰে জঠৰ কৰি তুলিলে। সেই নাম অন্য কোনো নহয়— যাৰ হত্যাৰ প্ৰতিশোধ ল'বলৈ আজি অতদিনে শতভানুয়ে বনবাস খাটি আছে সেই অগ্ৰজ ৰুদ্ৰভানুৰ নাম।

ঘটনাৰ আকস্মিকতাত হতভম্ব হৈ পৰিলেও কাঞ্চনমালাই তৎক্ষণাৎ পাত্ৰৰপৰা পানী লৈ চকুৱে মুখে ছটিয়াই দিয়াত কিছু প্ৰকৃতিস্থ হোৱাত পৰিচাৰিকাৰ সহায়ত কাঞ্চনমালাই তেওঁক নিজৰ ৰাজগৃহৰ ফালে লৈ গ'ল।

বহুত পৰ স্থাণুৰ দৰে অলসভাৱে বহি ৰ'ল শতভানু। যি নামে তেওঁৰ হৃদয় অগ্নিস্ফুলিংগৰ দৰে জ্বলাই ৰাখিছে এক অপৰিচিত কন্যাৰ মুখত তেওঁৰ নাম!

অলপ পিছতে মন্দিৰলৈ উভতি আহিল কাঞ্চনমালা। শতভানুৱে মন কৰিলে সদাহাস্যময়ী ৰাজকুমাৰীৰ মুখত বিষাদৰ ম্লান ছায়া। গাভৰুৰ বিষয়ে জানিব খোজাত কাঞ্চনমালাই যি ক'লে তাৰ মৰ্মাৰ্থই তেওঁৰ হৃদয়ত এক নতুন ধুমুহাৰ সৃষ্টি কৰিলে। অপৰূপা সেই তৰুণী পিতৃৰ ভগ্নী মাধৱী। কেবা বছৰো আগতে এক যুৱকক পিতৃয়ে আহত অৱস্থাত হাবিত পাই লৈ আহিছিল। পিছত গম পোৱা হৈছিল, তেওঁ এখন সৰু

ৰাজ্যৰ যুৱৰাজ। সেই যুৱৰাজৰ সতে ৰাজকুমাৰী মাধৱীৰ মন্দিৰত পৰিচয় আৰু প্ৰণয়ক স্বীকৃতি দি ৰজাই যেতিয়া কৌৰৱৰ পিতৃ ৰাজ্যৰ সৈতে বিবাহৰ বাবে যোগাযোগ চলোৱাৰ উদ্যোগ লৈছিল তেতিয়াই মাধৱীৰ প্ৰণয়প্ৰাৰ্থী সামন্তৰজা চণ্ড প্ৰতাপে নিষ্ঠুৰভাৱে বধ কৰে ৰুদ্ৰভানুক। চণ্ডপ্ৰতাপেও ইয়াৰ ফলস্বৰূপে মৃত্যুবৰণ কৰিব লগা হ'ল। কিন্তু ৰাজ্যত কোনো অশান্তি নহওক আৰু ৰাজকুমাৰীৰ বিবাহৰ বাবে অন্তৰায় নঘটক বুলিয়ে কথাটো ৰাজপৰিয়ালতে সীমাবদ্ধ ৰখা হ'ল। কিন্তু এই ঘটনাৰ পিছত ৰাজকুমাৰী মাধৱীয়ে যি বিছনাৰ আশ্ৰয় ল'লে তেওঁক বাহিৰলৈ অনাটো দুঃচেষ্টা হ'ল। আজি কিছুদিন আগৰেপৰা মাধৱী কিঞ্চিত সুস্থ হোৱা বাবেই মাধৱীক ইয়ালৈ লৈ আহিছিল কাঞ্চনমালাই। কিন্তু কি যে হ'ল!

কথাবোৰ শুনি থাকোতে ভৰিৰ তলৰপৰা মাটি যেন নোহোৱা হৈ গৈছিল শতভানুৰ। এয়া কি শুনিছে তেওঁ! ভাতৃৰ হত্যা সম্পৰ্কে প্ৰাচীৰ গড়ৰ ৰাজ পৰিয়ালৰ সম্পৰ্কে কি যে ভ্ৰান্ত ধাৰণাৰে এই ৰাজবংশ আৰু ৰাজ্য ধ্বংস কৰাৰ নিদাৰুণ ষড়যন্ত্ৰৰ শেষ পৰ্যায়ত উপস্থিত হৈছে তেওঁ। অথচ আজি যি সত্যৰ প্ৰকাশ হ'ল তাৰ মৰ্য্যদা কেনেদৰে ৰক্ষা কৰিব শতভানুৱে। স্বপ্নত মাতৃয়ে বাৰু এই সত্যৰ কথাই কৈছিল নেকি?

মনৰ উত্তেজনাৰ প্ৰকাশ বোধকৰো মুখতো প্ৰতিফলিত হৈছিল। কাঞ্চনমালাই ৰক্তবৰ্ণ হৈ পৰা শতভানুৰ মুখ আৰু কম্পিত শৰীৰলৈ চাই সুধিলে, 'আচাৰ্য্য জীৱানন্দৰ শৰীৰ অসুস্থ নেকি?' শতভানুৰ এই ৰাজ্যত জীৱানন্দ বুলিয়েই পৰিচিতি।

চেষ্টা কৰি নিজক চম্ভালি লৈ শতভানুয়ে ক'লে— 'নাই নাই মোৰ একো হোৱা নাই। তুমি এতিয়া বিশ্ৰাম কৰা গৈ— মই পূজাৰ পিছতে ৰাজমাতাক দৰ্শন কৰিমগৈ— মনৰ অধীৰতা লুকুৱাবলৈকে শতভানুৱে দেৱীৰ চৰণত পুষ্পাঞ্জলি অৰ্পণত ব্যস্ত হ'ল। কিন্তু মনৰ অস্থিৰতা তেনেকৈয়ে ৰ'ল। মাধৱীয়ে বাৰু তেওঁৰ মুখত ৰুদ্ৰভানুৰ সাদৃশ্য লক্ষ্য কৰি এনেদৰে উদ্বেলিত হৈ উঠিছে নেকি? আগতে সকলোৱে কৈছিল, দুয়ো ভাই যেন একেটি মুদ্ৰাৰ দুপিঠি। দীৰ্ঘ সময়ৰ ব্যৱধানত ইমানদিনে সকলোকে আঁতুৰা ভাবিলেও মাধৱীৰ চকুৱে সেই সাদৃশ্য চিনি উলিয়াইছে।

পূজাৰ শেষত ব্যাকুলভাৱে সাষ্টাঙ্গে প্ৰণাম কৰি শতভানুৱে প্ৰাৰ্থনা কৰিলে— 'মাতৃ মোক পথ প্ৰদৰ্শন কৰা।' প্ৰণামৰ শেষত উঠি দেখিলে ৰাজকুমাৰী যোৱা নাই— তেৱোঁ দেৱীক প্ৰণাম কৰিছে। শতভানুৱে দেখিলে কাঞ্চনমালাৰ মুখতো কিবা যেন দুঃচিন্তাৰ ডাৱৰ। ব্যাকুলভাৱে তেওঁ সুধিলে, আপুনি কিবা কাৰণত উদ্বিগ্ন হৈছে আচাৰ্য্য? আপুনি ব্যাকুল হ'লে মাতৃ পূজা বিঘ্নিত নহ'বনে?'

শান্তস্বৰে শতভানুৱে ক'লে— 'মই পূজাৰী হ'লেও সামান্য মানুহ ৰাজকুমাৰী। ৰাজকুমাৰী মাধৱীৰ দুখবহ ঘটনাটোৰ কথা শুনি মোৰো এটি পুৰণি কাহিনী মনত পৰি

মনটো কিঞ্চিত বিচলিত কৰি তোলাটো মিছা নহয়। সেই বুলি মাতৃ পূজাত কোনো বিঘিনি ঘটাৰ প্ৰশ্নই নুঠে। বিশেষকৈ যি ৰাজ্যৰ ৰজা ইমান ভক্তিমান, মাতৃয়ে তেওঁৰ কেতিয়াও অকল্যাণ নকৰে। আশ্বস্ত হৈ কাঞ্চনমালাই প্ৰণাম জনাই বিদায় ল'লে। সেইফালে চাই শতভানুৱে নিজকে সুধিলে, কেনেকৈ মই এই নিৰপৰাধ ৰাজপৰিয়াল আৰু ৰাজ্যক ধ্বংসৰ মুখলৈ ঠেলি দিব পাৰো?'

ৰাতিপুৱাৰ লগে লগে মহাপূজাৰ আয়োজনত সকলো ব্যস্ত হৈ পৰিল। ৰজা বীৰেন্দ্ৰ নাৰায়ণ আৰু ৰাণী আহি পূজাৰ আসন গ্ৰহণ কৰিলে। বহু ভক্ত আৰু প্ৰজাৰ সমাবেশেৰে মন্দিৰ প্ৰাংগন উৎসৱমুখৰ হৈ পৰিল। ৰাজকুমাৰী কাঞ্চনমালাই ছাঁৰ দৰে শতভানুৰ ওচৰত থাকি পূজাৰ সামগ্ৰী যতনাই দিয়াৰ লগতে অতিথি আপ্যায়নলৈও দৃষ্টি ৰাখিলে।

মধ্যাহ্ন পূজাৰ সমাপণৰ পিছত ৰাজ পৰিয়ালৰ সৈতে সমস্ত ভক্ত আৰু প্ৰজাবৃন্দই আঁঠু লৈ সমস্বৰে পুষ্পাঞ্জলি অৰ্পণ কৰিলে। মাতৃৰ জয়গানত চৌদিশ মুখৰিত হৈ পৰিল। আৰম্ভ হ'ল প্ৰসাদ বিতৰণৰ পাল। ৰাজকুমাৰীয়ে তাতো মুখ্য ভূমিকা ল'লে। পিতৃ-মাতৃৰ লগতে শতভানুকো প্ৰসাদ যতনাই দি প্ৰণাম কৰিলে। প্ৰসাদ লোৱাৰ অন্তত ৰজা-ৰাণী সকলোৰে বাবে প্ৰস্তুত কৰা পৰমান্ন আৰু বিভিন্ন মিঠাই পৰিৱেশন কৰা থলীলৈ গ'ল। আজি তেওঁলোকে প্ৰজাৰ সৈতে একেলগে ভোজন কৰিব। ৰাজকন্যা কিন্তু নগৈ বৈ থাকিল।

শতভানুৱে কৌতুকেৰে সুধিলে— 'আৰু কিবা প্ৰাৰ্থনা আছে নেকি ৰাজকুমাৰী?'

কাঞ্চনমালাৰ মুখত প্ৰচ্ছন্ন ৰক্তিমা তিৰবিৰাই উঠিল। মৃদু হাঁহিৰে তেওঁ ক'লে— 'মোৰ প্ৰাৰ্থনা দেৱী মাতাই স্বীকাৰ কৰা যেন লাগিছে কিন্তু আপুনি জানো স্বীকাৰ কৰিব? মইযে আপোনাকে বিচাৰিছো!'

শতভানুৱে নিজকে চম্ভালিব নোৱাৰিলে। দুধাৰে দুধাৰি চকুলোৰে তেওঁৰ মুখমণ্ডল প্লাৱিত কৰি তুলিলে। ৰুদ্ধ স্বৰেৰে ক'লে— 'ৰাজকুমাৰী তোমাৰ এই প্ৰাৰ্থনা অহা জনমলৈ স্থগিত থাকিল। যদি পৰজন্ম সত্য হয় তেন্তে অহা জন্মত যেন আমি মিলিত হ'ব পাৰো।'

'কিন্তু কিয় আচাৰ্য্য?'

'কালচক্ৰৰ পাকত মোৰ এই তনমন কাৰোবাৰ চৰণত দায়বদ্ধ। মোক মায়াজালেৰে দিশহাৰা নকৰিবা ৰাজকুমাৰী।' শতভানুৰ কথাবোৰ এটা এটাকৈ হুমুনিয়াহৰ দৰে সৰি পৰিল। কন্তেক থমকি নিজকে আশ্বস্ত কৰাৰ প্ৰচেষ্টাৰে শতভানুৰ চকুলৈ গভীৰ প্ৰত্যয়েৰে চাই কাঞ্চনমালাই ক'লে— 'তেন্তে সেয়ে হওঁক অহা জন্মত এই সত্যাই আমাৰ পাথেয় হওঁক।' চকুপানী লুকুৱাবলৈকে খৰখৰকৈ আঁতৰি যোৱা কাঞ্চনমালাৰ ফালে চাই শতভানুৰ হৃদয়ে হাঁহাকাৰ কৰি উঠিল।

অপৰাহ্নৰ আগে আগে ৰাত্ৰিৰ পূজাৰ আয়োজনত মুখৰিত হৈ উঠিল মন্দিৰ প্ৰাংগন। দেৱীৰ স্নানত জল সংগ্ৰহৰ বাবে নিজে মুখ্য তাম্ৰঘট লৈ গংগাৰ পাৰলৈ আগবাঢ়িল শতভানু; লগতে ঘট আৰু জল পূজাৰ বাবে প্ৰজ্বলিত বন্তিৰে সজ্জিত পুষ্পপাত্ৰ লৈ কাঞ্চনমালাৰ সৈতে আয়তীসকলো মংগল উৰুলিৰে আগবাঢ়িল। প্ৰজাসকলৰ কিছুমানে বিভিন্ন মংগল বাদ্য কৰি মহামাত্যৰ জয়ধ্বনিৰে সন্ধিয়াৰ আকাশ কঁপাই তুলিলে। আয়তীসকলৰ লগতে শতভানুৱে মন্ত্ৰোচ্চাৰণেৰে জলপূজা কৰাৰ লগে লগে হাতত অনা পুষ্পপাত্ৰ পানীত উটুৱাই দিয়াত পানীৰ ঢৌ উটি যোৱা শাৰী শাৰী বন্তিৰ পোহৰেৰে অস্তগামী বেলিৰ ৰশ্মিৰে সৈতে মিলি এক অপূৰ্ব দৃশ্যৰ অৱতাৰণা কৰিলে। জলপূৰ্ণ ঘট লৈ আয়তীসকলক ওপৰলৈ যোৱাৰ নিৰ্দেশ দি শতভানু কলসী বুৰাবলৈ পানীত নামিল। হঠাতে অদ্ভুত ঘটনা এটা হ'ল— ভাঁটিয়াই যোৱা চাকিবোৰ হঠাতে পাকঘূৰণি খাই নোহোৱা হৈ গ'ল। শতভানুৱে দেখিলে এক প্ৰচণ্ড জলোচ্ছ্বাস তেওঁৰ ফালে আগবাঢ়ি আহিছে। পানী আহি আঁঠু আৰু ক্ষন্তেকতে নাভি স্পৰ্শ কৰিলেহি। চতুৰ্দশীৰ জোঁৱাৰৰ ঢলত থিয় হৈ শতভানুৱে এটা স্থিৰ সিদ্ধান্তত উপনীত হ'ল। তেওঁৰ আত্মত্যাগৰ বাদে আন একোৱেই বিকল্প সমাধান নাই এই সৰ্বনাশী ধ্বংসযজ্ঞৰ। তেওঁ ঘূৰি পাৰলৈ চাই দেখিলে উৎকণ্ঠাৰে কাঞ্চনমালাই তেওঁলৈ চাই আছে। বতাহত উৰিছে তেওঁৰ সোণালী আঁচল। মুৰ ঘূৰাই পশ্চিম আকাশলৈ চালে। দিনমণিৰ শেষ ৰশ্মিকণ তেতিয়াও আকাশৰ বুকুত সিঁচৰতি হৈ থাকি সমস্ত নদীবক্ষ ৰক্ত ৰাগেৰে ৰঞ্জিত কৰি তুলিছে। নদীৰ পাৰত অদূৰত হৈ থকা ৰাইজৰ ফালে এবাৰ চাই আকাশৰ ফালে হাতযোৰ কৰি অস্ফুট স্বৰে ক'লে— 'হে অন্তৰ্যামী, পিতৃ ঋণ আৰু দেৱী মাতাৰ পূজা অৰ্ধসমাপ্ত কৰি বিদায় লোৱা এই নৰাধমক যেন ক্ষমা কৰা।' কল কল শব্দেৰে আগবাঢ়ি অহা সেই ফেনিল জলোচ্ছ্বাসৰ বুকুত নিজকে এৰি দিয়াৰ পূৰ্ব মুহূৰ্তত এক কাতৰ চিৎকাৰে আকাশ বিদীৰ্ণ কৰা শতভানুৰ কাণত ধ্বনিত হ'ল। সেই চিৎকাৰ ৰাজকুমাৰী কাঞ্চনমালাৰ। ❑

# ভাল মানুহ বেয়া মানুহ

গিৰিয়েকৰ নামটো সুবোধ শইকীয়া যদিও বৰ্ণালীয়ে তেওঁৰ নামটো অবোধ শইকীয়া হ'লেহে কিছু ক্ষেত্ৰত শুদ্ধ হ'লহেঁতেন বুলি ভাবে। ভবাৰ থলো নথকা নহয়। ইমান ডাঙৰ অফিচাৰ এজন হৈও নিম্নখাপৰ ওচৰ-চুবুৰীয়া, সাধাৰণ পাণ দোকানী, ধুবী, ৰিক্সাৱালা আনকি সেই ক্লাবৰ আড্ডা দি থকা বেকাৰ ল'ৰাকেইটাৰ সৈতেও হলিগলিকৈ কথা পতাৰ যি ঢং ভাবিলে বৰ্ণালীৰ টিঙিচকৈ খং উঠি যায়। অকল এয়েই নে? সুবোধৰ এই হোজা স্বভাৱৰ গইনা লৈ গাঁৱৰ আও দৰিদ্ৰ ভাই ভতিজা অজহী-বজহীয়ে অফিচলৈ আহি কম সোপা লুটি-পুটি নিয়েছি নে? দেউতাকে দেখোন কৈছিল বিয়াৰ পিছত সুবোধে সেই কেলেহুৱা সোপাৰ চিন্তা বাদ দি বৰ্ণালীৰ কথামতে উঠা-বহা কৰা সম্পূৰ্ণ নগৰীয়া লোক হৈ পৰিবই! নাই দূৰদৰ্শী দেউতাকৰ ভৱিষ্যৎবাণীও নেচেল। অৱশ্যে এইটো ঠিক যে পত্নী আৰু পুত্ৰ-কন্যাৰ সৰ্বতোভাৱে সুখ-সুবিধাৰ প্ৰতি একান্তভাৱে লক্ষ্য ৰখা স্বামী হিচাপে সুবোধৰ প্ৰতি বৰ্ণালীৰ আক্ষেপ কৰাৰ থল নাই। তথাপিতো আজিও মানুহজনৰ হৃদয়ৰ এটা বৃহৎ অংশ তেওঁৰ পৰিয়ালৰ মানুহ আৰু গাওঁখনে আগুৰি থৈছে তাৰ বাবে নিশ্চয় তেওঁৰ সেই অতীতটোৱেই জগৰীয়া যাৰ বেৰৰপৰা সম্পূৰ্ণৰূপে মানুহটোক উদ্ধাৰ কৰি আনি একান্ত নিজৰ কৰি লোৱাৰ ক্ষমতা বৰ্ণালীৰ আজিও হোৱা নাই।

বিয়াৰ পিছত সুবোধে বৰকৈ ইচ্ছা কৰা বাবেই বৰ্ণালীয়ে তেওঁৰ গাঁৱলৈ গৈছিল। কিন্তু সেই ঘোকোট গাঁৱলৈ গৈ ন কইনা বৰ্ণালীৰ যি অভিজ্ঞতা হৈছিল তাক মনত পৰিলে আজিও গাটো বিমবিমাই যায়। বোকা পানীয়ে ভৰা কেঁচা ৰাস্তা, বাটৰ দুকাষে হাবি, খেৰ-বাঁহেৰে সজা খেৰী ঘৰ, গোবৰৰ গোন্ধ। সুবোধৰ ঘৰটো চোতালখনৰ একাষে এটা অলপ আহল-বহল ঘৰ ওপৰত টিন, একাষে এটা সৰু খেৰী ঘৰ পিছফালে গোহালি। অমোলৰ পিকেৰে মুখ ৰঙা হৈ থকা শাহুৱেক, ক্ষীণ-ধীন দুটা ভায়েক-ভনীয়েক। সিহঁতে স্কুলত পঢ়ে। ডাঙৰ ভায়েকে পঢ়া এৰি হালত ধৰিছে। বৰ্ণালী গৈ পোৱাৰ অলপ পিছতহে সি বোকাই-মাটিয়ে লেটি লৈ গধূলিলৈহে ঘৰ পালেহি। নতুন কইনাৰ গাড়ীৰ পিছে পিছে এজাক আধা নাঙঠ, পেটুন নকা ল'ৰা-ছোৱালী চোতাল ভৰাইছিলহি। এতিয়া বোৱাৰী আহিছে শুনি এজাক মুনিহ-তিৰোতাও অহাত সুবোধে খুৰা, পেহা, মামী, ককা আদি বিশেষণেৰে বৰ্ণালীক চিনাকি কৰি দিছিল। মহিলা কেইগৰাকীয়ে বৰ্ণালীক হাত-মূৰ পিহি গহনা পাতি নিৰিকি কিনাৰি চাই যিটো মন্তব্য কৰিছিল তাৰ অৰ্থ আছিল এনে

সুন্দৰী কইনা এইখন গাঁৱতে কিয় আঁতৰৰ মৌজাদাৰৰ ঘৰতো কোনেও দেখা নাই। অৱশ্যে লগতে ইয়াকো কৈছিল আমাৰ সুবোধ বোপাও এটুকুৰা হীৰা। তেওঁক স্বামী পাবলৈ কইনাও কম তপস্যা কৰিব নালাগিব।

তেওঁলোকৰ এইবোৰ কথাই বৰ্ণালীক কিমান আশ্বস্ত কৰিছিল সেয়া পিছ কথা কিন্তু গাঁৱখনৰ কদৰ্য পৰিবেশটোৱে বৰ্ণালীক অকণো আশ্বস্ত কৰিবপৰা নাছিল। গাঁৱৰ ল'ৰাৰ লগত বিয়া হোৱাৰ আগাহতে বৰ্ণালীয়ে গাঁৱৰ যি এখন ছবি মনতে কল্পনা কৰি থৈছিল তাৰ প্ৰকৃত অবস্থাতো ইমান বিপৰীত হ'ব পাৰে ভাবি বৰ্ণালীৰ আচৰিত লাগিছিল। মুখ-হাত ধুবলৈ বেচিন এটা দূৰৰ কথা গা ধুবলৈ চাৰিখন ইকৰাৰ বেৰৰ শিল দিয়া মজিয়াৰ গা ধোৱা ঘৰ আৰু প্ৰাতকৃত্যৰ বাবে যিটো নতুনকৈ গাঁতৰ বন্যবস্থা কৰা হৈছে তাকো হেনো নগৰীয়া নতুন কইনাৰ বাবেহে। দেখি বৰ্ণালীৰ মূৰ ঘূৰাই যোৱা অবস্থা। মনে মনে বৰ্ণালীয়ে সিদিনাই সিদ্ধান্ত লৈছিল গাঁৱলৈ তাই আৰু কেতিয়াও নাহে—নেভাৰ! এটা কথাই বৰ্ণালীক আজিও আচৰিত কৰে এনে এটা পৰিৱেশত জন্ম পাই ডাঙৰ হোৱা সুবোধে কেনেকৈনো পঢ়া-শুনা কৰি ইমান ভাল চাকৰি এটা পোৱাৰ যোগ্যতা লাভ কৰিলে। আচৰিত কথা!

সুবোধ শইকীয়াৰ বচ কণক হাজৰিকাই দেখাৰ পিছতেই তেওঁৰ অভিজ্ঞ জহুৰীৰ চকুৱে শইকীয়াক এটুকুৰা খাটি হীৰা বুলি চিনি উঠিছিল। ঘৰত বিয়াৰ উপযুক্ত হৈ উঠা জীয়ৰী বৰ্ণালীক এনে এটা ল'ৰালৈ গটোৱাৰ এটা পৰিকল্পনাৰে তেওঁ নগৰত বা চিনাকি নথকা ল'ৰাটোক থকা ঘৰ এটা চাই দিয়াৰেপৰা নিজৰ ঘৰলৈ মাতি নি পত্নী আৰু কন্যাৰ সতে চিনাকি কৰি আপোন কৰি তোলাৰ পৰিৱেশ এটা সাজু কৰি পেলালে। গোপনে পত্নীৰ আগত মনৰ কথাও ব্যক্ত কৰি বৰ্ণালীকো এই বিষয়ে ক'বলৈ কৈ হাঁহি ক'লে—'তুমি মাকজনী হৈ এনেহেন ল'ৰা এটা যদি হাতত বান্ধিব নোৱাৰা তেন্তে মইনো কি কৰিম?' শইকীয়াৰ দৰে সুদৰ্শন উচ্চ শিক্ষিত ভাল চাকৰিয়াল ল'ৰাটো দেখি মাকৰো মনটোত যে কিবা এটা হেঁপাহ জাগিছিল সেয়া মিছা নাছিল। কিন্তু লেঠা হ'ল সুবোধে ঘৰৰ কথা সোধোতে বহুত ভিতৰুৱা গাঁৱত বুলি কোৱাটোহে। বৰ্ণালীৰ দৰে কণভেন্ট শিক্ষিতা গাভৰু আৰু ভিতৰুৱা গাঁৱলৈ বিয়া? নৈব নৈব চ। মাক জীয়েক একেলগে জাঙুৰ খাই উঠিল। কিন্তু হাজৰিকাই যেন নিজৰ মতত শিলত খামোচ মৰাৰ দৰে দৃঢ় হৈ থাকি ক'লে—'সুবোধ যেনিবা বোকাত ফুলা পদুম ফুল। মনত ৰাখিবা বোকাত ফুলা পদুম ফুলেৰে পূজা কৰিলেহে লক্ষ্মী আৰু নাৰায়ণ সন্তুষ্ট হয়। মই ভাবো এনে সৎ ল'ৰা এটা আমি হাতত পাওঁ যদি ওভটাই পঠাও তেন্তে বৰ্ণালীৰ ভাগ্যলক্ষ্মীয়ে চিৰদিনলৈ অসন্তুষ্ট হ'ব, সেইটো ধুৰুপ।'

ইমানখিনি কোৱাৰ পিছত হাজৰিকাৰ কথা নুশুনিবলৈ মাক-জীয়েকৰ সাহস নহ'ল। হয়েইতো গাঁৱৰ মানুহ বুলি সি কিবা নি বৰ্ণালীক গাঁৱত থ'বগৈনে? বৰ্ণালীৰ

দেউতাকো জানো কৰ গাঁৱৰ অভং চাকৰিয়াল নাছিল? বৰ্ণালীৰ মাকে ঘঁহি মাজি আজি তেওঁক কেনেদৰে আধুনিক ভদ্ৰলোক গঢ়ি তুলিলে সেয়া বিস্ময়কৰ। আৰু বৰ্ণালীতো তেওঁৰেই ছোৱালী। গতিকে পৰিকল্পনাক কামত লগোৱাত বিলম্ব নহ'ল। ছুটীৰ পিছত বা বন্ধৰ দিনত চাহ মেল, চিনেমা, পিকনিক আদিৰ মাজেৰে মেচত অতি কষ্টেৰে পঢ়া-শুনা কৰা সুবোধ শইকীয়াই কণক হাজৰিকাৰ পৰিয়ালৰ মৰমৰ মাজত বৰ্ণালীৰ প্ৰেমত আকণ্ঠ নিমজ্জিত হ'ল ধৰিবই নোৱাৰিলে।

মাছে টোপ গিলাৰ উমান পাই হাজৰিকাই পলম নকৰিলে আৰু এদিন ধেমালিৰ চলতে কথাটো উলিয়াই একেবাৰে বিয়াৰ প্ৰসংগলৈ আহিল। সুবোধে আন্তৰিকতাৰেই বৰ্ণালীক ভাল পাই পেলাইছিল সঁচা কিন্তু ইমান সোনকালে বিয়া কৰোৱাৰ বাবে প্ৰস্তুত নাছিল। গতিকে অকণো লুকঢাক নকৰাকৈ তেওঁৰ ওপৰত ন্যস্ত হৈ থকা পিতৃহীন দৰিদ্ৰ পৰিয়ালটোৰ দায়িত্বৰ কথা, অত্যন্ত ভিতৰুৱা গাঁৱৰ পৰিৱেশৰ কথা খুলি কৈ বিয়াৰ বাবে বেচ কিছুদিন অপেক্ষা কৰাৰ অনুৰোধ কৰিলে। শইকীয়াৰ সততাত হাজৰিকা সঁচাকৈয়ে মুগ্ধ হ'ল যদিও পলম কৰিলে সুযোগটো হেৰুৱাৰ ভয় কৰিলে। শান্ত মস্তিষ্কৰে তেওঁ সুবোধক যিখিনি বুজনি দিলে তাৰ অৰ্থ হ'ল, এই বিয়াখনৰ বাবে সুবোধে নিজৰ পৰিয়ালটোৰ বাবে কৰিবলগীয়া কৰ্তব্যত কতো বাধাপ্ৰাপ্ততো নহয়েই বৰং বৰ্ণালীৰ দৰে উচ্চ শিক্ষিত ছোৱালী এজনীয়ে তেওঁৰ পৰিয়ালটোক অশিক্ষা আৰু দৰিদ্ৰতাৰ কবলৰপৰা ওপৰলৈ তুলি আনিবলৈ চেষ্টা কৰাত তেওঁৰ হাত বটাব তাত সন্দেহ নাই। অকল অফিচৰ বচ বুলিয়েই নহয়, ব্যক্তি হিচাপেও হাজৰিকাক সুবোধে সঁচাকৈয়ে শ্ৰদ্ধা কৰিছিল। গতিকে আপত্তি কৰাৰ বিশেষ থল নথকাত সোনকালে আৰু সুকলমেই সুবোধৰ স'তে বৰ্ণালীৰ বিয়া ধুমধামেৰেই সম্পন্ন হ'ল।

শইকীয়াই তেওঁৰ ঘৰখনৰ নিচলা অৱস্থাৰ প্ৰতি বৰ্ণালীৰ অনীহাৰ ভাবটো অনুভৱ নকৰাকৈ নাথাকিল। কিন্তু বিয়াৰ আগতেই তেওঁৰ গাওঁ আৰু ঘৰৰ দুৰৱস্থাৰ কথা খোলা-খুলিকৈ প্ৰকাশ কৰিছিল বাবে হীনমন্যতা বা লজ্জিত হোৱাৰো কাৰণ নেদেখিলে। এজনী আধুনিকা পত্নীয়ে বিচৰা ধৰণেই তেওঁ বৰ্ণালীক দিব পৰা কোনো সুবিধা অদেয় নাৰাখিলে যদিও ভিতৰি মানুহজন এজন গাঁৱলীয়া হোজা হৈয়ে থাকিল আৰু আন্তৰিকতাৰে তেওঁৰ দৰিদ্ৰ ঘৰখনৰ প্ৰতিও তিলমানো কাৰ্পণ্য নকৰাকৈ সহায়-সহযোগিতা আগবঢ়াই গ'ল।

বাহিৰত যিমান সুখী নহওক নিজৰ পৰিয়াল-পৰিজনক ওচৰলৈ আনি ৰাখি এসাজ খুৱাব নোৱাৰাৰ অনুশোচনাখিনি এবাৰলৈকে আত্মীয়স্বজন বা গাঁৱৰ লোকে নিমন্ত্ৰণ কৰা বিয়া, বিহু, শ্ৰাদ্ধ সকলোতে বিশেষ অসুবিধা নহ'লে এবাৰ নিজে গৈ দেখা দিয়াৰ লগতে অকৃপণ সহায়ৰ হাত আগবঢ়াই মানসিক সন্তুষ্টি লভাৰ উপায় উলিয়াই ল'লে সুবোধে। বৰ্ণালীয়ে সুবোধৰ এই দিশটোৰ কথা নাজানিছিল এনে নহয়, কিন্তু মেলত উজাৰিবলৈ সুযোগো নাছিল। নিজৰ চিনাকি ছোৱালীৰ কাৰো কাৰো মুখত চৰিত্ৰহীন

লম্পট স্বামীৰ অনাচাৰৰ যিবোৰ কথা শুনিবলৈ পাইছিল তাৰ তুলনাত মৰমিয়াল দায়িত্বশীল স্বামী সুবোধ কলঙ্কহীন জোনৰ দৰে আছিল। সন্তান দুটি হোৱাৰ পিছতো পিতৃৰ সম্পূৰ্ণ মৰম আৰু নিষ্ঠাৰে ডাঙৰ-দীঘল কৰাৰ লগতে বৰ্ণালীৰ পছন্দ অনুসাৰেই পঢ়া-শুনা কৰোৱাতো পূৰা স্বাধীনতা দিছিল শইকীয়াই। শইকীয়াৰ এই অনমনীয় ব্যক্তিত্বত যিজন মানুহ আটাইতকৈ সুখী হৈছিল তেওঁ আছিল শহুৰেক কণক হাজৰিকা। গাঁৱৰ দুখীয়া পৰিয়ালৰপৰা হাজৰিকাই চাকৰি সূত্ৰে নগৰলৈ আহি বৰ্ণালীৰ মাকক বিয়া কৰোৱাৰ পিছত তেওঁৰ নিজৰ দুখীয়া পৰিয়ালটোলৈ পিঠি দি মনৰ মাজত যি অপৰাধবোধ কঢ়িয়াই ফুৰিছিল, জোঁৱায়েকৰ পৰিয়ালৰ প্ৰতি থকা দায়িত্ববোধে তেওঁক যেন কিছু তৃপ্তি দিছিল।

ভাড়াঘৰত থকাৰ পৰিস্থিতিয়ে বৰ্ণালীৰ মনত এটা অসন্তুষ্টি ভাব থকা কথাটো লক্ষ্য কৰিয়েই নিজৰ সাধ্য অনুসৰি নগৰৰপৰা অলপ আঁতৰত এটুকুৰা মাটি লৈ ঘৰ সজাৰ কাম আৰম্ভ কৰিছিল শইকীয়াই। নগৰৰপৰা যথেষ্ট দূৰত আওচেৰীয়া ঠাই ডোখৰত ঘৰ বন্ধাৰ আপত্তিটো খণ্ডন কৰিছিল দেউতাকে এইবুলি যে আগন্তুক দহ বছৰৰ ভিতৰত এইখন ঠায়েই এখন নতুন নগৰৰ পট্টন দিব। তিনি কুঠৰীয়া এটা বন্ধ ঘৰতকৈ ল'ৰা-ছোৱালী দুটাই দেখিবলৈ এখন চোতাল আৰু মূৰৰ ওপৰত অন্তত আকাশ এখন পাব।

নতুন ঘৰত সোমোৱাৰ কিছুদিনলৈ বৰ্ণালীয়ে ঘৰটো সজোৱাৰ পৰিকল্পনাত বিভোৰ হৈ থাকিল। সন্মুখৰ প্ৰকাণ্ড বাৰীখনৰ একাষে মালী এটা লগাই টাৱ আৰু ফুল পুলিৰে বাগান এখন সজাই পেলালে। এফালে অৰ্ণব আৰু অয়নাৰ বাবে এখন বেডমিণ্টন ফিল্ড আৰু লাও-জিকা দিবলৈ হেন্দালি এখনো পাতি দিলে। কিন্তু লাহে লাহে চৌপাশৰ পৰিবেশটোৰ বাবে বৰ্ণালীৰ মনত এটা অশান্তিয়ে গা কৰি উঠিল। ধুনীয়া ঘৰটোৰ সন্মুখৰ ৰাস্তাটো শিলপৰা কেঁচা ৰাস্তা আৰু লেতেৰা। কাষৰ ইফালে সিফালে চকুৰে দেখিলেই বুজা যায় মালিক সকলো নিতান্তই অভাৱগ্ৰস্ত। অলপ আঁতৰত কোনোবা এজন প্ৰতিপত্তিশালী ৰাজনৈতিক নেতাৰ মাটিত শাৰী শাৰী জুপুৰীত অতি দৰিদ্ৰ ভাৰাতীয়া পৰিয়ালৰ বাসস্থান। তাতে দিনে ৰাতিয়ে বিভিন্ন হাই-কাজিয়া, হুলস্থুলীয়া সংগীত আৰু ৰাতি মদ খাই অহা বাসিন্দাৰ উচ্চ গ্ৰামৰ অভব্য মাতে ৰাতিৰ টোপনিটো ব্যাঘাত ঘটায়। অলপ আঁতৰত থকা তিনি আলিটোত কেইটামান সৰু গুমটিত তামোল-পান, বিস্কুট আৰু সৰুসুৰা বস্তুৰ দোকান, নাপিত, ধুবীৰ দোকানৰ লগতে গৰম জিলাপী আৰু চাহৰ সৰু দোকান। দুটামান পকা ঘৰ, এটা গেৰেজ, এটা সৰু বাঁহৰ নামঘৰ আৰু কাষতে এটা বাঁহ খেৰৰ দীঘলীয়া ঘৰৰ সন্মুখত হাতে লিখা চাইনবোৰ্ড এখনত 'চন্দন নগৰ যুৱ সংঘ' বুলি লিখা আছে। অৰ্ণব আৰু অয়নাক থ'বলৈ আহোঁতে যাওঁতে বৰ্ণালীয়ে প্ৰায়ে মন কৰে কেইটামান ল'ৰাই ঘৰটোৰ আগত এনেয়ে আড্ডা মাৰি নাইবা কেৰম খেলি থাকে। বৰ্ণালীক সিহঁতে মাতিবলৈ সাহো নকৰে বা বৰ্ণালীয়ে সিহঁতক প্ৰশ্ৰয় নিদিয়ে। কিন্তু শইকীয়াৰ কথাই বেলেগ। ইমান ডাঙৰ অফিচাৰ

এজন হৈও সেই গাঁৱলীয়া ঢংটো আজিলৈ নগ'ল। বাটত লগ পোৱা ধোবা, নাপিত, পাণ দোকানী সকলোকে মাতি ল'ব। আৰু এই সংঘৰ ল'ৰাকেইটাৰ কথাই নাই, সেই আধা খুন্দা বেকাৰ ল'ৰাকেইটাৰ লগত কি যে হুলি গলি কথা। লাগিলে গাড়ী ৰাখি হ'লেও কথা পাতিব। ইমান যে খং উঠে বর্ণালীৰ। সৰুতে সিহঁতে এনে মানুহৰ লগত মাতবোল কৰাটো নিতান্তই লজ্জাজনক কথা আছিল। কিন্তু সুবোধৰ লগত ষ্টেটাচৰ সম্পৰ্ক নাই। সেই বাবেই সিহঁতে সুবোধৰ লগত থাকিলে অয়না আৰু অৰ্ণবকো ভাইটি-ভণ্টি বুলি মাতিবপৰা হ'ল। সুবোধক খং কৰিলে আকৌ কয় নতুন ঠাই সকলোৰে লগত চা-চিনাকি হৈ মিলা-প্ৰীতিৰে থাকিলেহে আপদে-বিপদে সহায় হ'ব। যিহে ঘৰ-দুৱাৰৰ চিৰি, কামবোৰো তেনে কোনোবা অফিচৰ পিয়ন-চাপৰাশী, মালী কোনোবা বেপাৰী-দোকানী আৰু ৰিক্সাৱালা। সিহঁতে আকৌ সহায় কৰিব। কথাটো চিন্তা কৰি হাঁহি উঠিব খুজি খংটোহে চিঙিচকৈ উঠে বর্ণালীৰ। ভাল মানুহটো পালে তাই। হোজা গাঁৱলীয়া মনোবৃত্তিতো নুগুচিল আজিও।

অয়না ক্লাছ এইট পোৱাৰ লগে লগে টিউচন দিয়াৰ কথাটোও আহি পৰিছে। আজিকালি টিউচন নিদিলেও নহয় আকৌ প্ৰত্যেকটো টিউচনৰ বাবে বেলেগ বেলেগ ঠাই তাকো দূৰে দূৰে। সুবোধ শইকীয়াই বন্ধৰ দিন বা দেওবাৰে নিজেই অনা-নিয়া কৰে যদিও নোবাৰা কেইদিন গাড়ীখন অফিচৰপৰা ঘূৰাই পঠাই বর্ণালীয়ে তাইক অনা-নিয়া কৰাৰ কাৰণে। অকলে তাইক পঠোৱাৰ সাহ নকৰে বর্ণালীয়ে। আজিকালি ক'ত কথা যে পেপাৰে পত্ৰই ওলাই থাকে। তাতে হঠাতে এই আওচেৰীয়া ঠাই টুকুৰাত বহুত নতুন ঘৰ, নতুন সুখৰ আমদানী হৈছে। ৰিক্সা, চাইকেল চলা ৰাস্তাত এতিয়া মটৰ বাইকৰ গুমগুমনি, দীঘল চুলি ৰখা, কাণফুলি পিন্ধা ডেকা কিছুমানৰ উদ্ধত ভংগীত চলোৱা বাইক, মুখত চিগাৰেট আৰু অশ্লীল মাত। ঠাইখন আৰু আগৰ দৰে শান্তিময় হৈ থকা নাই। গধূলি হেনো প্ৰায়ে ডিঙিৰ চেইন, ম'বাইল থপিওৱা আদি কাণ্ডও ঘটে। চুৰি-ডকাইতিও বেছি হৈছে, দুই এটা ডকাইতিৰ ঘটনাও ঘটিছে হেনো। ড্ৰাইভাৰ বহুমত পুৰণা মানুহ তাৰ মতে নতুন নগৰৰ ফালে বহুত নতুন নতুন মানুহে ডাঙৰ ডাঙৰ ঘৰ বান্ধিছে। এইবোৰ সৰহভাগেই সেই ধনী মানুহবোৰৰ অবাটে যোৱা ল'ৰা। সেইফালে বহুত বেয়া ঘটনা ঘটাৰ লগতে মদ আৰু ড্ৰাগচৰ আড্ডা হৈ উঠিছে ঠাইখন। কথাবোৰ শুনিলে বর্ণালীৰ ভয়ো লাগে আকৌ খংটো উঠে গিৰিয়েকৰ ওপৰতে। ধৰ্ম যুধিষ্ঠিৰ গিৰিয়েকে যদি লগৰ অফিচাৰৰ দৰে দুপইচা বাহিৰা গোটালেহেঁতেন তেনেহ'লে এনে ঠাইত ঘৰ নাবান্ধি ফ্লেট এটাকে ল'ব পৰা গ'লহেঁতেন।

স্কুল বাছখনে তিনি আলিটোতে নমাই দিয়ে অয়নাক। ঘৰলৈ আধা ফাৰ্লঙো নহয়। সেইখিনি খোজকাঢ়িয়ে ঘৰলৈ আহে। চিনাকি ঠাই, দুয়োফালে কেবাখনো দোকান আৰু ক্লাবটো। কেতিয়াবা তাতে দুই চাৰিজনে ভণ্টি আহিলা বুলিও মাতবোল কৰে। তাইও হাঁহি মূৰ দুপিয়ায়, মাকে বেয়া পায় যদিও অয়নাৰ সিহঁতক দাদাক যেনেই লাগে।

তাইৰ এটা দাদাক থকা হ'লে।

এদিন তাই গাড়ীৰপৰা নামোতে বাইকত তিনিটামান ল'ৰা আহি বৈছিলহি। আগুবাই আহি তাইৰ কাণে চাই এটাই সুহুৰিয়াই উঠি কাষ চাপি আহি কিবা এটা বেয়া শব্দ কৈছিল। থতমত খাই বৈ যোৱা বৰ্ণালীক দেখি কি বিকট হাঁহি সিহঁতৰ। হঠাতে ক্লাবৰপৰা ওলাই আহিল অভিজিত নামৰ ল'ৰা এটা আৰু কাষৰে দোকানীজন। দুয়ো সিহঁতলৈ চোঁচা লওঁতে 'আবে বডিগাৰ্ড আছে বে দেখি ল'ম বাৰু' বুলি নিৰ্লজৰ দৰে হাঁহি ধূলি উৰুৱাই গুচি গৈছিল। দুয়োকো থেঙ্ক ইউ দাদা বুলি অয়না ঘৰলৈ আহি মাকক কথাখিনি কৈছিল। তেতিয়াৰপৰা সময় উলিয়াই বৰ্ণালীয়েই লৈছিল অয়নাক আনিবলৈ।

অয়নাক টিউচনত লৈ আহি বৰ্ণালী বজাৰত সোমাইছিল। কেইটামান সৰু সুৰা বস্তু অয়নাৰ কাৰণে এটা স্কাৰ্ট আৰু অৰ্ণবৰ বাবে এযোৰ মোজা লৈ ঘড়ী চাওঁতেই দেখিলে ছয়টা বাজিবলৈ পাঁচ মিনিটহে আছে। লৰালৰিকৈ উভতি আহি দেখিলে ল'ৰা-ছোৱালীবোৰ প্ৰায় ওলাইছেই। কিন্তু অয়নাৰ খবৰ কৰি যি শুনিলে হতভম্ব নহয় প্ৰায় অচেতন হৈ পৰিল বৰ্ণালী। এজন অলপ বয়সস্থ মানুহে হেনো অয়নাৰ দেউতাকৰ একচিডেণ্ট হোৱা বুলি লৈ গৈছে। বয়সস্থ মানুহজন দেখি বিশেষ সন্দেহ হোৱা নাছিল শিক্ষকৰ। ইমানবোৰ ল'ৰা-ছোৱালী এৰি তেওঁ লগত যোৱাটো সম্ভৱপৰ নাছিল কাৰণ সেইটো ভাড়ালৈ লোৱা এটা স্কুল কক্ষহে। ভয় খালেও বৰ্ণালীয়ে তৎক্ষণাৎ ম'বাইলেৰে সুবোধ আৰু ভায়েকৰ সতে কথা পাতি স্থানীয় থানালৈ ঢাপলি মেলি ঘটনাৰ সবিশেষ কৈ কিবা এটা কৰিবলৈ অনুৰোধ কৰিলে। ইতিমধ্যে শইকীয়াও আহি পাইছিল। তেওঁ এখন এজাহাৰ লিখি দিয়াৰ পিছত নিস্পৃহভাৱে পুলিচে থানাৰ অ'চিয়ে যিখিনি প্ৰশ্ন সুধিলে খং নুঠা সুবোধৰো মূৰ গৰম হৈ গ'ল। ছোৱালীৰ কোনো বয় ফ্ৰেইণ্ড নাইবা প্ৰেমিক আছেনে, নতুবা তেওঁলোকৰ কাৰোবাৰ সতে পাৰ্চনেল শত্ৰুতা আছেনে ইত্যাদি প্ৰশ্নৰ উত্তৰ দিয়াৰ পৰিবৰ্তে প্ৰচণ্ড ঘোচা এটা সোধাৰৰ ইচ্ছাটো দমন কৰি তেওঁ ভাবিলে ঘটনাৰ সবিশেষ উলিয়াবলৈ এনেদৰে প্ৰশ্নৰ উত্তৰ জনাতো হয়তো তেওঁলোকৰ অনুসন্ধানৰ সহায়কো হ'ব পাৰে। গতিকে ধৈৰ্য্য ধৰি সোনকালে কিবা কৰি ছোৱালীজনীক উদ্ধাৰ কৰিবলৈ কাবৌ কৰি কান্দি-কাটি বাউলী হোৱা বৰ্ণালীক লৈ ওলাই আহিল। ক্লাবটোৰ সন্মুখ পাই কিবা এটা ভাবি শইকীয়াই গাড়ীখন ৰখাবলৈ দি নামি গ'ল। সদায় থকাৰ দৰে শংকৰ ইমৰানহঁতৰ দলটোৱে কিবা এটা কথাৰ আলোচনা কৰি আছিল। সদায় দেখা শান্ত মানুহজনৰ উভ্ৰান্ত চেহেৰা দেখি সিহঁতে অবাক হৈ সুধিলে—'ছাৰ আপোনাৰ কি হৈছে?' ইমান দেৰি ধৈৰ্য্য ধৰি থকা শইকীয়া শোকত যেন ভাঙি পৰিল—'মোৰ ছোৱালীজনী'—

'কি হৈছে ভণ্টীৰ কি হ'ল—' সি হতবাকৰ দৰে চিঞৰি উঠিল। খোকাখুকি মাতেৰে শইকীয়াই সিহঁতক কথাটো কৈ সুধিলে—'তোমালোকে কাৰোবাক জানানে যি

এই কাম কৰিব বুলি ভাবিব পাৰি। শংকৰহঁতে ইটোৱে-সিটোৰ চকুলৈ চালে। অভিজিতে ক'লে— 'ঠিক সিহঁতেই হ'ব— সিদিনা সেই অসভ্য কেইটাই ভণ্টীক বেয়াকৈ কৈছিল। মই আৰু প্ৰসাদেহে সিহঁতক খেদি গৈছিলো। ভণ্টীক কথাটো ঘৰত ক'বলৈ কৈছিলো।'

'ঠিক সিহঁতৰে কাম হ'ব'— আটাইকেইজনে সমৰ্থন কৰিলে।

'কোন সিহঁত জানানে?' শইকীয়াৰ প্ৰশ্নৰ উত্তৰত সিহঁতে বি ক'লে সেয়া হ'ল— নতুনকৈ ইয়ালৈ অহা চোবাং বেপাৰী দুখীয়াৰ তেজ শোহা দালালৰ দৰে লোকৰ সেইবোৰ অবাটে যোৱা সন্তান। আজি কিছুদিনৰপৰা সিহঁতৰ উৎপাতত ছোৱালী-বোৱাৰী ওলাব নোৱাৰা হৈছে। কিন্তু সিহঁতে ভণ্টীক — আমি সিহঁতক সুদাই নেৰো। পুলিচে একো নকৰে— আমি ভণ্টীক বিচাৰি উলিয়াই আনিম— আপোনালোক ঘৰলৈ যাওঁক আমাৰ ওপৰত ভৰষা ৰাখক। আমি জানো এতিয়া সিহঁতক ক'ত পাম!

পুলিচৰ নিকম্মাপ কৰ্মকাণ্ডই শইকীয়াৰ মুৰত জ্বলাই ৰখা জুইকুৰাত যেন ইহঁতৰ কথাই অলপ চেঁচাপানী চটিয়ালে— মনলৈ যেন কিবা এটা বিশ্বাস ঘুৰি আহিল এনে লাগিল শইকীয়াৰ।

ঘৰৰ দুৱাৰমুখ পাই কান্দোনত ভাঙি পৰিল বৰ্ণালী। শইকীয়াই ল'ৰাকেইটাৰ কথাবোৰ কৈ বৰ্ণালীক অলপ সকাহ দিয়াৰ মনেৰে কথাটো ক'বহে পালে জাকি উঠিল বৰ্ণালী —'হৈছে হৈছে ভাল সেই কিডালক ভৰষা কৰিবলৈ গৈছে— 'মইতো ভাবো সিহঁতেই বা সিহঁতৰ কোনোবাই টকাৰ আশাত এই কাণ্ড কৰিছে।'

'চুপ' —ইমানদেৰি দমাই ৰখা খংটো সুবোধক যেন পাগল কৰি তুলিলে। হাতখন দাঙি বৰ্ণালীৰ মুখতে মাৰিবলৈ ধৰা চৰটো কোনোমতে ৰখাই চিঞৰি ক'লে— 'কি জানা তুমি? মানুহ চিনিবলৈ চেষ্টা কৰিছা কেতিয়াবা? তোমালোক কেৱল ধন আৰু চৈটাচ হে চিনি পোৱা। দুখীয়া হ'লেই সকলো অমানুহ নহয় জানানে? এই যে ল'ৰাকেইটা— ইহঁতক মই চিনি পাওঁ— কাৰণ মইয়ো ইহঁতৰ দৰে দুখীয়াৰ সন্তান। সিহঁতে কি কৈছে শুনা নাই? অয়নাক সিহঁতৰ ভনীয়েক বুলি কৈছে আৰু সিহঁতে তাইক বিচাৰি অনাৰ দায়িত্বও লৈছে বুজিছা? তুমি ঘৰতে থকা কোনটোলৈ লক্ষ্য ৰাখিবা কোনোবাই ধন দাবীৰ বাবে কিবা ক'বও পাৰে। পুলিচেও কিবা জনাব পাৰে। মই ওলাই যাম— চাও কি কৰিব পাৰো।'

বিয়াৰ পোন্ধৰ বছৰীয়া জীৱনত সুবোধৰ এনে খং দেখা নাছিল বৰ্ণালীয়ে। মাটিতে বহি পৰিব ধৰা বৰ্ণালীক এইমাত্ৰ সোমোৱা ভায়েক আৰু মাকে সাৱটি মাৰি ধৰিলে। তেওঁলোকে শইকীয়াকো ধৰি ভিতৰলৈ নৈ আহি বহুৱালে। ঘৰত কাম কৰা অনুৰাধে টেবুলত থোৱা পানী কেইগিলাচৰ এটা নৈ চকচকৈকে পি খাই বৰ্ণালীয়ে বিছনাতে উবুৰি খাই কান্দিবলৈ ধৰিলে।

শইকীয়াৰো বেয়া লাগিছিল এনে অৱস্থাত ৰজাৰৰ্ডি কৰি। হাজাৰ হওক বেচেৰী

মাক। মাকেও যেনখন জোৰে চলাই দি চকুপানী টুকি জীয়েকক সান্ত্বনা দিয়াৰ চেষ্টা কৰিবলৈ বিচাৰিলে যদিও তেওঁৰহে কান্দোন চাৰ হ'ল। খুলশালীয়েক ধনজিতে ভিনিহিয়েকৰ সতে সক সৰুকৈ কিবা কিবি কথা পাতি ফোনটোৰ কাষত বহি কেইজনমান বিশিষ্ট অন্তৰংগ বন্ধুলৈ ফোন কৰি খবৰ দিয়াৰ লগতে তাৎক্ষণিক ভাৱে কিবা কৰিব পাৰি নেকি তাৰ পৰামৰ্শও বিচাৰিলে। তাৰ পিছত দুয়ো আকৌ থানাত কিবা খবৰ পালে নেকি জানিবলৈ ওলাই গ'ল।

ইতিমধ্যে ক্লাবৰ আৰু দহজনমান সদস্য গোট খাই কি কৰিব পাৰি আলোচনা কৰিছিল। সিহঁতে কৰা সন্দেহটোকেই কেউজনে হয়ভৰ দিয়াত ইতিমধ্যে গোটখোৱা বাইক তিনিখনমান লৈ সিহঁতে নতুন নগৰৰ ফালে ধাবিত হৈছিল। আত্মৰক্ষাৰ বাবে হাতত চুৰি চাকুৰ দৰে অস্ত্ৰ লোৱাৰ উপৰি সিহঁতে আজি এবছৰমানৰ পৰা শিকা কাৰেটৰ বিদ্যা জাহিৰ কৰাৰ বাবে এটা উপযুক্ত ক্ষেত্ৰ পোৱাৰ বাবে মনে মনে উৎসাহিত হৈও উঠিছিল।

লাহে লাহে কথাটো ওচৰৰ সকলোৰে গম পাইছিল। ধনী মানুহৰ সতে থকা ব্যৱধানটোৰ প্ৰতি সিদিনা ওচৰৰ মানুহকেইগৰাকীয়ে বিশেষ গুৰুত্ব নিদি ছোৱালীজনীৰ খবৰ ল'বলৈকে সোমাই আহি বৰ্ণালীক সান্ত্বনা দি ভগৱানে ছোৱালীজনীক ভালে ভালে ঘূৰাই অনাৰ বাবে আশীৰ্বাদ কৰিছিল। নামঘৰৰ পৰা ঘূৰি আহি সোমোৱা আই কেইগৰাকীমানে কৈছিলহি— 'আই খবৰটো শুনি আমি বৰ দুখ পাইছো। নামঘৰতে শৰা এগছি জ্বলাই ছোৱালীজনীৰ মঙ্গল কামনা কৰিছো যেন তেওঁ তোমাৰ ছোৱালীজনী ভালে ভালে ঘূৰাই আনে।'

ধন আৰু আভিজাত্যৰ অহংকাৰত ডাঙৰ হোৱা বৰ্ণালীয়ে চিৰদিনেই তুচ্ছ বুলি ভাবি অহা এই চাম সাধাৰণ মানুহৰ সহৃদয়তা আৰু মানৱতা উপলব্ধি কৰি কান্দোনত ভাঙি পৰিছিল।

থানালৈ গৈ শইকীয়াইঁতে যি খবৰ পাইছিল সেয়া নিতান্তই নিৰুৎসাহজনক। কোনেৰে ক্লাবৰ শংকৰহঁতে নতুন নগৰৰ ডেকা কেইজনমানৰ বিষয়ে কোৱা কথাবোৰ গুৰুত্ব সহকাৰে কোৱাৰ পিছতো তেওঁলোকে হেনো সেইফালে তালাচী চলাই সন্দেহজনক ক'তো একো নেদেখি উভতি আহিছে। ৰাতিটো যেন প্ৰকাণ্ড দৈত্য এটা হৈ শইকীয়াৰ বুকুখন হেঁচি ধৰিছিল। কি কৰিব তেওঁ? ক'লৈ যাব? ক'ত আছে অকণমান ফুলৰ দৰে বুকুৰ জীউ অয়না। হতাশ হৈ পৰা শইকীয়াক ধনজিতে কোনোমতেহে গাড়ীত বহুৱাই ঘৰলৈকে লৈ আহিল। ইতিমধ্যে তেওঁৰ লগৰ চাৰিজনমান বন্ধু আহি পাইছিল। তেওঁলোকে তেওঁলোকৰ পৰিচিত সকলৰ মাজত থকা দুই চাৰিজন আৰক্ষী বিষয়াৰ সতে কথা পাতি ঘটনাটোৰ বিষয়ে কিছু সহায়ৰ হাত আগবঢ়াবলৈ অনুৰোধ কৰাৰ কথা কৈ শইকীয়াইঁতক সান্ত্বনা দিয়াৰ চেষ্টা কৰিছিল যদিও নিজেই নিজ সন্তানসকলৰ নিৰাপত্তাৰ কথা ভাবি উদ্বিগ্ন হৈ পৰিছিল।

ৰাতি যিমানেই হৈ আহিছিল বৰ্ণালীৰ সিমানে কান্দোন বেছি হৈছিল। থানালৈ বাৰে বাৰে ফোন কৰাৰ পিছতো একো খবৰ নাপায় শইকীয়াইতো হতাশ হৈ পৰিছিল। ক্লাবৰ ল'ৰা কেইটাবো এতিয়ালৈকে একো খবৰ নাই........ক'লৈ গ'ল সিহঁত? নে বৰ্ণালীয়ে ভবাৰ দৰেই সিহঁতেই .........দুহাতে মুখখন ঢাকি সৰু ল'ৰাৰ দৰেই হুকহুকাই কান্দি উঠিল শইকীয়া।

প্ৰায় দহমান বজাত দুৱাৰমুখত মানুহৰ সমাগম আৰু গেট খোলাৰ শব্দ শুনা যেন লগাৰ লগে লগে এক প্ৰকাৰ দৌৰিয়েই ওলাই আহিল শইকীয়া। পিছে পিছে প্ৰায় আটাইবিলাক। কিন্তু তেওঁলোকে যি দেখিলে নিজৰ চকুকে যেন বিশ্বাস কৰিবলৈ টান পালে। আগে আগে শংকৰ তাৰ মূৰৰপৰা তেজ বৈ আছে— পিছে পিছে ইমৰানে ডাংকোলাকৈ লৈ আহিছে অয়নাক — ইতিমধ্যে বলিয়াৰ দৰে দৌৰি গৈ বৰ্ণালীয়ে অয়নাক সাবটি ধৰিছে। হতভম্ব শইকীয়াৰ আগেদিয়ে গৈ বৰ্ণালীক ঠেলি খনজিতে অয়নাক দাঙি লৈছে। কোনোমতে শইকীয়াই মাত্ৰ সুধিলে— 'মোৰ মাজনী ভালে আছেনে বোপাইহঁত?'

আগুৱাই অহা ল'ৰাহঁতৰ মুখবোৰত এক যুদ্ধজয়ৰ দীপ্তি। 'একো ভয় নাই ছাৰ, ভন্টীৰ একো হোৱা নাই। মাত্ৰ অতিৰিক্ত ভয় খোৱাৰবাবে তাই ক'ব নোৱাৰা হৈ গৈছে।' — সিহঁতৰ এটাই কৈ উঠিল।

এক অদ্ভুত কৃতজ্ঞতা আৰু আহ্লাদে ভৰি পৰিল শইকীয়াৰ মন। ইতিমধ্যে বৰ্ণালীক মাকহঁতে নি বিছনাত শুৱাই মুখ হাত পানীৰে মোহাৰি দিছে। তেওঁ এপাকত সোমাই তাইৰ কপালত চুমা এটা খাই ঘূৰি আহিল। শইকীয়াই সিহঁতক মাতিলে 'আহা অভিজিত তোমালোকে অকণমান ভিতৰতে বহাহি। তোমালোকৰ মুখতে শুনো কেনেকৈনো মোৰ মাজনীক বচাই আনিলা।'

ইমৰানহঁত ভিতৰলৈ আহিবলৈ মান্তি নহ'ল। 'আমি ছাৰ লেতেৰা হৈ আছো। ধূলি-মাকতি, তেজেৰে অৱস্থা দেখিছেই। ইয়াতে কওঁ। শইকীয়াই নুশুনি হাতবোৰ কৰি ক'লে— 'তোমালোক সোমালে মোৰ ঘৰ লেতেৰা নহয় বৰং তীৰ্থক্ষেত্ৰহে হ'ব। মোৰ সংসাৰৰ বন্তিগছি তোমালোকে মৃত্যুৰ মিলিয়াকৈ লৈ আহিছা। তোমালোক এখতেক বহি নগ'লে মই বৰ দুখ পাম।'

অতি সংকোচেৰে শংকৰহঁত বহিল। তাৰ মূৰত তেতিয়াও তেজ বিৰিঙিয়ে আছে। তাৰ মূলকথা এনে। সিহঁতে সন্দেহ কৰা মতেই তিনিখন বাইক যোগাৰ কৰি নতুন নগৰৰ ফালেই গ'ল। ল'ৰাকেইটাৰ সঠিক ঠিকনা নাজানিলেও সিহঁত যে সেইফালে থাকে সেয়া সিহঁতে জানিছিল। বহুত অনুসন্ধানৰ মূৰত নতুনকৈ আধাবন্ধা ঘৰ এটাৰ কাষত কেবাখনো বাইক দেখি সিহঁতৰ সন্দেহ হ'ল। দুজনমানে পাহৰীয়া বাটেৰে ওপৰলৈ উঠি দেখিলে

এটা কোঠাত লাইট জ্বলাৰ লগতে বেচ কথা-বাৰ্তাৰ শব্দ। বহু কষ্টেৰে বগুৱা বাই খিৰিকীৰ মাজেৰে জুমি চাই দেখিলে আগত মদৰ বটল লৈ সেই লম্পট কেইটা। একাষে চুক এটাত হাত-ভৰি বন্ধা অৱস্থাত চকী এখনত অয়না। এজনে নামি আহি বাকীবোৰক কথাটো জনালে। সন্তৰ্পণে কেউজন বগাই উঠিল। ইফালে-সিফালে সিঁচৰতি হৈ থকা লোহাৰ ৰড বেলচা আদি লৈ অতৰ্কিতে সিহঁত সোমাই গৈ আক্ৰমণ কৰাত প্ৰথমে মদৰ ৰাগীত থকাত থতমত খালে যদিও পিছ মুহূৰ্ততে চিকাৰ হেৰুওৱা বাঘৰ দৰে সিহঁতৰ ওপৰত জাঁপিয়াই পৰিল। ইতিমধ্যে ইমৰানে বান্ধ খুলি অয়নাক লৈ কিবা কৰি ওলাই আহিল কমৰপৰা। প্ৰায় দহ-বিশ মিনিট খণ্ডযুদ্ধৰ পিছত দুজনমান আধামৰা, দুজনমান ভয়ত পলোৱাত কোনোমতে অয়নাক লৈ আহিছে। বেচেৰীয়ে ভয়তে জ্ঞান হেৰুৱাইছে যদিও ৰক্ষা যে ইমানতে আমি তাইক বচাই আনিব পাৰিলো।'— ইমৰাণে ক'লে।

ইতিমধ্যে অয়নাৰ আইতাকে এখন প্লেটত কিছু মিঠাই আনি সিহঁতৰ আগত থৈ খাবলৈ অনুৰোধ কৰি ক'লে— আমিনো কি কম, ভগবানে তোমালোকক এনেদৰে সঁচা মানুহ হ'বলৈ চিৰদিন আশীৰ্বাদ কৰক।

পিছে পিছে অনুৱায়ে এখন ট্ৰেট চৰবত কেইগিলাচমান লৈ আহিল।

ইতিমধ্যে অয়নাইও গাখীৰ এগিলাচ খাই কিছু সুস্থ হৈছিল। তাই আহি কাষত থিয় হ'লহি। 'দাদাহঁত মিঠাই খোৱা—'

শংকৰহঁতে হাঁহি-ধেমালিৰে মিঠাই চৰবৎ খাই থিয় হ'ল। বৰ্ণালীয়ে অকণমান ৰ'বলৈ কৈ ভিতৰলৈ গৈ পুনৰ ওলাই আহিল। তাই হাতত এজাপ এশটকীয়া নোট। টকাখিনি আগবঢ়াই দি বৰ্ণালীয়ে ক'লে— ভাইটিহঁত তোমালোকে আমাৰ কি উপকাৰ কৰিলা তাক একোৰেই তুলনা কৰিব নোৱাৰি। তথাপিও এইখিনিকে দিছো— লোৱাহঁক।'

ল'বাকেইটাই ইটোৱে-সিটোৰ মুখলৈ চালে। এইবাৰ অলপ লাজকুৰীয়া যেন লগা মনোজে ক'লে— 'বাইদেউ, আমি দুখীয়া আৰু বিশেষ শিক্ষা-দীক্ষা নথকা ল'ৰা হ'ব পাৰো, কিন্তু আমি ইমানো বেয়া নহওঁ যে ভণ্টীক বচাই অনাৰ বাবে টকা ল'ব লাগিব। আমি আহিলো ভণ্টী' — বুলি সিহঁত এটা এটাকৈ ওলাই গ'ল।

সিহঁতৰ ফালে চাই এক অদ্ভুত গৰ্বেৰে সুবোধৰ মন ভৰি পৰিল। অয়নাৰ ফালে চাই কিঞ্চিৎ ঠাট্টাৰে ক'লে— 'টকাৰে পৃথিৱীৰ বহুত বস্তু কিনিব পাৰিলেও মানৱতা কিনিব নোৱাৰি নহয়নে মাজনী—?'

অয়নাই 'হয় দেউতা' বুলি দেউতাকক সাৱটি ধৰিলে। □

# যশোদা

মাহীমাকৰ লগত কাচিৎ কোনোকালে দাঁতে-ওঁঠে লগা বা অনাদৰ পোৱা কমলাৰ মনত নপৰে। চাৰিবছৰ বয়সতে মাক মৰা কমলাই মৃত্যুৰ বিষয়ে বিশেষ বুজি পোৱা অৱস্থা হোৱা নাছিল। এবছৰ মান সময় মাক নোহোৱা অৱস্থাত বাপেকে পথাৰৰপৰা আহি এমুঠি বান্ধি খুওৱাৰ আগলৈকে খুৰীয়েকৰ তাত চাহ-পিঠা বা ককমাকহঁতৰ ঘৰত কেতিয়াবা তেওঁলোকৰ সুবল-মনিকাহঁতৰ লগত কৰ্কৰা ভাত খাই খেল-ধেমালি কৰি কটালেও নিজৰ ঘৰত মাক নোহোৱা আক্ষেপটোৱে ভিতৰি ভিতৰি ছোৱালীজনীক খেঁকুকি থৈছিল। সেইবাবেই নেকি বাপেকে মাক এজনী আকৌ আনিব বোলা কথাষাৰত তাই ভিতৰি উৎসাহিত হৈ পৰিল আৰু সঁচাই যিদিনা বাপেক বলৰামে অনুষ্ঠানীয়াকৈ মানুহ চপাই ঘৰলৈ এজনী মাক আনিলে কমলাই ওৰণি গুচাই মা বুলি কিচিককৈ হাঁহি দিলে। আগৰ পক্ষৰ এজনী ছোৱালী থকা বুলি ভিতৰি ভয় খাই থকা মানেকাই ছোৱালীজনীৰ মুখৰ সৰলতা আৰু মা সম্বোধনত ইমানেই আপ্লুত হ'ল যে অকণো দ্বিধা নকৰাকৈ তাই কমলাক সাবটি ধৰিলে। দুয়োৰে মাজত তৎমুহূৰ্ততে যি অচ্ছেদ্যবন্ধন গঢ় লৈ উঠিল ওঠৰ বছৰ বয়সলৈকে কমলা বা মানেকাই তাত এখুটো ঢিলা হ'বলৈ দিয়া নাই। ঘৰৰ পৰৰ কথাতে কমলা আৰু মানেকাক সুকীয়াকৈ পৰস্পৰৰ বিৰুদ্ধে বিষেদগাৰ কৰি বলৰামৰ সংসাৰত তিক্ততা আনিবলৈ চেষ্টা কৰা নাছিল তেনে নহয়। কিন্তু মানেকাৰ আৰু তিনিটা সন্তানো কমলাৰ লগতে একেদৰে ডাঙৰ হ'ল যে ভায়েক-ভনীয়েকহঁতে সতীয়া শব্দটোৰ ভুকে পাবপৰা উপায় নাথাকিল। কোনোও মুখ বিকটালে বোলে 'মাকতকৈও মৰম যাৰ ডাইনী নাম তাৰ।' কোনো কোনোৱে ক'লে 'ল'ৰা-ছোৱালী তুলিবলৈ নিবিনা বান্দী পাইছেতো সেয়েহে ইমান দৰদ।' বলৰামে সকলো শুনিলে নামাতিলে মাত্ৰ মৰা ঘৈণীয়েকৰ মুখখন মনত কৰি সজল নয়নে ক'লে—'লীলাৱতী তোমাৰ কমলাক মই তোমাৰ মৰমৰপৰা বঞ্চিত কৰা নাই।' সেই তেৰ বছৰে কুকুৰ উম দি ডাঙৰ কৰা কমলাৰ বাবে যেতিয়া বলৰামে এটা এবছৰীয়া ল'ৰা এৰি ঘৈণীয়েক মৰা ৰমাকান্তৰ সতে বিয়াৰ প্ৰস্তাৱ ঘৰত উত্থাপন কৰিলে তেতিয়া আটাইতকৈ বাধা আহিল মানেকাৰ পৰা। এজনীৰ মূৰ খোৱা আতে লোকৰ ল'ৰা তুলিবলৈ এই কুমলীয়া বয়সতে মোৰ ছোৱালী বিয়া দিদিও বুলি অকমকাই উঠা মানেকাই এবাৰো ভাবি নাচালে এইখিনি কথাই তেওঁৰ নিজৰ আৰু বলৰামৰ গাতে উলটি পৰিল। খোচাটো বলৰামৰ গাত লাগিলেও মানেকাৰ মৰমিয়াল কুকুৰ উমত কমলাৰ প্ৰতি মৰমৰ টানটো কল্পনা কৰি লীলাৱতীলৈ মনত পৰি নীৰৱে চকুলো মচিলে।

মানেকাই নিৰিচাৰিলেও ৰমলাৰ ভাগ্যত চাগে মাহীমাক হোৱাৰ লিখন লিখা আছিল; তাতে যাৰ কন্যা তাৰ বিবাহ বোলা কথাষাৰো আছে। ৰমাকান্তৰ ঘৰ-দুৱাৰ, খেতি পথাৰ, তদুপৰি মিউনিচিপালিটিৰ চাকৰি এটা আৰু ঘৰৰ একমাত্ৰ পুত্ৰ ইত্যাদি হৰেক ৰকম ইতিবাচক সূত্ৰই বিয়াখন সম্ভাৱনীয় দিশলৈ আগবঢ়াই নিলে। এদিন ৰমলাইও বুকুত আন এগৰাকীৰ দ্বিতীয় স্থান ল'বলৈ মাহীমাক হোৱাৰ আশংকা আৰু দুখ লৈ ৰমাকান্তৰ ঘৰ গচকিলেহি।

ৰমাকান্তৰ জয়জয়-ময়ময় অৱস্থাৰ কথা ৰমলাই শুনিছিল, দেখি যে কথাটো মিছা নহয় গম পালে। এগৰাকী মাহীয়েক সম্বন্ধৰ তিৰোতাই এটা পাকত এটা লোদোৰ-পোদোৰ কেঁচুৱা আনি তাইৰ কোঁচত তুলি দি এইটো তোমাৰে ল'ৰা বুলি কোৱাত তাৰ মাতৃহীন অৱস্থাটোলৈ চাই পুতৌ লগাৰ বাদে হৃদয়ত বিশেষ চেনেহৰ উদ্ৰেক অনুভৱ নকৰিলে; বৰং তাইৰ নতুন জীৱনত এটা এৰাব নোৱাৰা বা সহিব নোৱাৰা বোজা যেনহে অনুভূত হ'ল। ৰাতি যেতিয়া ৰমাকান্তৰ বহল বুকুৰ মাজত আশ্ৰয় লৈ নতুন জীৱনৰ তৃপ্তিৰে পৰিতৃপ্ত হৈ টোপনি যোৱাৰ চেষ্টা কৰিছিল হঠাতে কাষৰ কমৰপৰা ভাঁহি অহা এবছৰীয়া শিশু এটাৰ আকুল কান্দোনে তাইক তেৰ বছৰ আগৰ এটা বিশেষ মুহূৰ্তৰ কথা মনত পেলাই দিলে যিদিনা নকইনা হৈ অহা মাহীমাকে তাইক বুকুৰ মাজত সাৱটি ধৰিছিল। ৰমলাই বিছনাৰপৰা উঠি লাহেকৈ কাষৰ কমত ল'ৰাটোক টোপনি নিয়াবলৈ ব্যৰ্থ হোৱা সম্বন্ধীয় মানুহ গৰাকীৰ হাতৰপৰা কেঁচুৱাটো বুকুলৈ টানি ল'লে। মাকৰ বুকুৰ উম পোৱাৰ দৰে ল'ৰাটো অলপ বেলি উচুপি থাকি টোপনি গ'ল। ৰমলাই এবাৰ তাতে শুৱাই থোৱাৰ কথা ভাবিলে কিন্তু পিছ মুহূৰ্ততে কিয় জানো কিবা ভাবি নিজৰ বিছনালৈকে লৈ আহিল। ইতিমধ্যে ৰমাকান্তই সাৰ পাইছিল— নিৰবে নতুন কইনাই সন্তানক বুকুৰ মাজত লৈ আহি শুৱাই দিয়া দৃশ্য চাই ৰ'ল। সন্তানটিৰ ভৱিষ্যত সম্পৰ্কে চিন্তাৰ কলা মেঘ টুকুৰা আঁতৰি গৈ তাৰ বুকুখন আনন্দৰ কিৰণে উদ্ভাসিত কৰি পেলালে।

থুপুক থাপাককৈ খোজ পেলোৱা সন্তুৰে দুদিনমানৰ পিছত মাকৰ আঁচলত ধৰি বগাই ফুৰিবপৰা হ'ল। এদিন স্কুলত যাব পৰা হ'ল আৰু হাইস্কুলৰ শ্ৰেণীত নাম লগাই ইংৰাজী পঢ়িব পৰা হ'ল। সন্তানহীনা ৰমলাৰ বুকুৰ আটাইখিনি মৰম লৈ সন্তু বাঢ়ি আহিল। তাৰ হাঁহি, কথা, তাৰ পঢ়া-শুনালৈ ব্যস্ততাৰ মাজত ৰমলাই আন কথা ভাবিবৰ আহৰিয়েই নোপোৱা হ'ল। ভগৱানৰ ইচ্ছা বুজা টান— ভাতৰ ভনীয়েক সুমলাক কাষৰ গাওঁ এখনতে বিয়া দিছিল। সুজনী ছোৱালীৰ জন্মৰ পিছতে তাইৰ গিৰিয়েক কিবা অচিন বেমাৰত পৰি ঢুকাল। অৱস্থাও বৰ ভাল নাছিল। ৰমাকান্তই উপযাচিয়ে সুমলাৰ পাঁচ বছৰীয়া ছোৱালীজনী আনি ৰমলাৰ কোঁচত দিলেহি কাৰণ সন্তু ওলাই যোৱাৰ পিছত ৰমলাৰ লগ ভাগ নোহোৱা হ'লে মনৰ আমন-জিমন ভাবটো ৰমাকান্তৰ চকু এৰোৱা

নাছিল। খেলিবলৈ লগ এটা পাই সঞ্জুও আনন্দিত হ'ল। হাঁহি-স্ফূৰ্তি, কাজিয়া-পেচাল কৰি একেখন কাহীতে ভাত খাই ল'ৰা-ছোৱালী দুটা ডাঙৰ হ'ল। দুয়োৰে মিল দেখি ৰমলাৰ বুকুৰ মাজত এটা সৰু আকাংক্ষাৰ পুলিয়ে গজালি মেলিলে। ওচৰ সম্বন্ধীয় বুলিবলৈ ভাই-ভনী নথকা সঞ্জুলৈ ডাঙৰ হ'লে যদি সুমলাৰ ছোৱালী সোণপাহিকে বোৱাৰী কৰি অনা হয় তেন্তে ল'ৰা-ছোৱালীহাল পৰস্পৰ একে অনন্য আশ্ৰয় লৈ উঠিব। কেতিয়াবা ৰমাকান্তক কথাটো কওঁ বুলি ভাবিও ৰমলাই তাইৰ ভনীয়েকৰ ছোৱালীজনীক লৈ এনে কল্পনা কৰাৰ বাবে অন্য ধৰণৰ চিন্তা কৰিব পাৰে বুলি কোৱাৰ সাহস গোটাব নোৱাৰিলে। থাকক সঞ্জুৱে এইবাৰ মেট্ৰিক দিব। সি কলেজত পঢ়ক, ডাঙৰ হওঁক, তেতিয়া যদি দুয়োৰো এই মিল হৃদয়ৰ টানলৈ পৰিবৰ্তিত হ'ব তেতিয়া দেখা যাব।

ঈশ্বৰে বোধকৰো ৰমলাৰ মনৰ আশা দেখি হাঁহিছিল। হঠাতে এদিন ৰমাকান্তই বুকুত এটা প্ৰচণ্ড বিষ লৈ প্ৰায় অজ্ঞান অৱস্থাত ঘৰ সোমালহি। ততাতৈয়াকৈ ডাক্তৰ অনা হ'ল আৰু তেওঁৰ পৰামৰ্শমতে হাস্পতালতো ভৰ্তি কৰা হ'ল। কিন্তু ৰমলাৰ সমস্ত আশা ভৰষাৰ মূৰত চেঁচা পানী ঢালি ৰমাকান্তই দুদিনৰ পিছতে শেষ নিঃশ্বাস ত্যাগ কৰিলে। ৰমলাৰ আৰু সঞ্জুৰ কান্দোনত সকলোৰে চকুলৈ বিষাদৰ চল নামিল।

কিন্তু সংসাৰৰ পাকচক্ৰ ইমান কঠোৰ যে যোৱাজনৰ স্মৃতি যিমানেই সকৰুণ নহওক কিয় তাকে লৈ জীয়াই থকা নচলে। তাতে আগন্তুক পৰীক্ষাৰ বাবে সঞ্জুৰ প্ৰস্তুতিৰ সময়। গতিকে কঠোৰ হৃদয়েৰে দুখ পাহৰি ৰমলাই ৰমাকান্তই এৰি যোৱা বা কৰিবলগীয়া সকলো কামকে নিয়াৰিকৈ কৰি যোৱাৰ বাবে মন বান্ধিলে। অফিচৰ ফালৰপৰাও যি টকা-পইচা পালে তাকো ৰমাকান্তৰ তাৰৈয়েকৰ পৰামৰ্শক্ৰমে সঞ্জুৰ নামত জমা থোৱালে যাতে কলেজত পঢ়োতে তাৰ কোনো অসুবিধা নহয়। পথাৰ আৰু ঘৰখন চাবলৈ গৰু-গাইৰ লেঠা মাৰিবলৈ দুখীয়া ঘৰৰ ল'ৰা মোহনকে বছৰেকীয়া বন্দোবস্তত তাৰৈয়েকে ঠিক কৰি দিলে। কাম-কাজ যোৱাৰ পিছত হাইস্কুলৰ প্ৰধান শিক্ষকৰ পৰামৰ্শক্ৰমে সঞ্জুক সি টান পোৱা বিষয় কেইটাত টিউচন মাষ্টৰো ৰাখি দিলে। পইচা যাওক সঞ্জুৱে ভাল ৰিজাল্ট কৰিলে ৰমাকান্তৰ আত্মাই সৰগতো আনন্দৰ হাঁহি মাৰিব পাৰিব।

এইবাৰ ৰমলাৰ আশা ফলৱতী হ'ল। সঞ্জুৱে হাইস্কুলৰ ভিতৰতে নহয় জিলাখনৰ ভিতৰতে ডিচষ্টিংচন লৈ উত্তীৰ্ণ হ'ল। ৰমলাই ৰমাকান্তৰ ছবিখনৰ আগত নিৰৱে চকুলো টুকি মনৰ আনন্দ ব্যক্ত কৰিলে।

কলেজত পঢ়িবলৈ সঞ্জু গুৱাহাটীলৈ ওলাল। অৱশ্যে লগৰ কেবাজনো ল'ৰাই একেখন কলেজত একে হোষ্টেলতে থাকিব যদিও পুতেকক পঠাবলৈ ৰমলাৰ বুকুৱে ধান বানিবলৈ ধৰিলে। সংসাৰৰ আওভাও নোপোৱা ল'ৰা—প্ৰভুৱে একো বিপত্তিত নেপেলালেই হ'ল। কলেজলৈ যোৱাৰ ৰাতিপুৱাই নামঘৰত তেল শলিতা দি দীঘল টৈ

পৰিল ৰমলা। দুদিনমান ৰমলাৰ পেটলৈ ভাত নগ'লেই। সঞ্জুৰ লগত ছাঁৰ দৰে লাগি থকা সোণপাহি কেবাদিনলৈ খেলিবলৈও ওলাই নগ'ল।

লাহে লাহে সকলো সহজ হ'ল। সঞ্জুয়ে বন্ধত মাজে মাজে ঘৰলৈ আহি থাকিল— আহিয়েই মাকক সাৰটি ধৰি অনৰ্গল কলেজ, হোষ্টেলৰ কথা কৈ গ'ল আৰু শুনি থকা সোণপাহিক আগৰ দৰেই চুলিত টানি কন্দুৱাবলৈ নাপাহৰিলে। সোণপাহিও আগৰ দৰে ভুকু সোধাবলৈ চল বিচাৰি ঘৰখন হাঁহি কান্দোনেৰে জীৱন্ত কৰিব তুলিলে। চোকা ল'ৰা সঞ্জুৱে হায়াৰ চেকেণ্ডাৰীৰ দেওনা পাৰ হৈ ইঞ্জিনিয়াৰিং কলেজত নাম লগালে। ইঞ্জিনিয়াৰিঙৰ দ্বিতীয় বছৰৰ শেষৰ পিনে ৰমলাই সঞ্জুৰ চৰিত্ৰত অদ্ভুত পৰিবৰ্তন লক্ষ্য কৰিলে। ঘৰলৈ কমকৈ অহা হ'ল— আহিলেও আগৰ দৰে মাকক ব্যতিব্যস্ত নকৰা হ'ল। আনকি সোণপাহি ওচৰলৈ গ'লেও কেতিয়াবা ডাবিয়াই খেদি দিয়া হ'ল। পঢ়া-শুনাৰ হেঁচা বেছি হোৱাৰ বাবে তেনে হোৱা বুলি ৰমলাই মনটো পতিয়ন নিয়াবলৈ চেষ্টা কৰিলে। কিন্তু মাউৰী সোণপাহিৰ মনত দুখ দিয়া বাবে বুকুৰ কোনোবাখিনিত এটা সৰু দাগ পৰিল। বেচেৰী মাউৰী ছোৱালীজনী আৰু তেওঁৰ প্ৰতি সঞ্জুৰ ব্যৱহাৰৰ পৰিবৰ্তনে তেওঁৰ মনলৈ এটা শঙ্কাৰ ভাব জগাই তুলিলে।

কিন্তু এই পৰিবৰ্তনে যে এনেদৰে দুমুখীয়া চুৰিৰ দৰে মাক আৰু পুতেকৰ মাজত এটা নুগুকোৱা ঘাঁৰ সৃষ্টি কৰিব সেই কথা ৰমলাৰ কল্পনাৰো অগোচৰ আছিল। ভালদৰেই প্ৰথম বিভাগত পাছ কৰা সঞ্জুৱে যেতিয়া দিল্লীলৈ এমটেক পঢ়িবলৈ যোৱাৰ বায়না ধৰিলে ৰমলা বিপাঙত পৰিল। অফিচৰপৰা পোৱা টকাকেইটা ইমান দিনে সঞ্জুৰ স্কুল-কলেজৰ খৰচতে শেষ হোৱা অৱস্থা। স্থাৱৰ সম্পত্তি হিচাপে থকা মাটি-বাৰী আৰু গৰুকেইটাৰ বাহিৰে আন যাবতীয় ধন থকা কথা ৰমলাই ৰমাকান্তৰপৰা কেতিয়াও গম পোৱা নাই। কিন্তু সঞ্জু নাচোৰবান্দা, সি দিল্লীলৈ যাবই। ৰমলাৰ আপত্তিৰ উত্তৰত মুখ মেলিলে সঞ্জুয়েই—'মই দেউতাৰ একমাত্ৰ ল'ৰা। দেউতাই যথেষ্ট সম্পত্তি এৰি থৈ গৈছে। মোৰ নিজৰ মা হোৱা হ'লে এই সম্পত্তি বেচি হ'লেও মোৰ মনৰ ইচ্ছা পূৰাবলৈ চেষ্টা কৰিলেহেঁতেন।'

কিবা এটা ক'বলৈ মুখ মেলা ৰমলাৰ মুখ মেলাই থাকিল। এইবোৰ কি কৈছে সঞ্জুয়ে? সঁচা কথা নিজৰ পেটৰপৰা জন্ম দিয়া নাই সঞ্জুক। কিন্তু আজি অ'ত বছৰে ৰমলাই নিজেও পাহৰি যোৱা কথাখিনি সঞ্জুক কোনে ক'লে? আৰু ক'লেই বেনিবা, দেহাৰ তিল তিল তেজৰ ৰসেৰে সিচি ডাঙৰ কৰা সঞ্জুয়ে কেনেকৈ ৰমলাক নিজৰ মাক নহয় বুলি ক'বলৈ অকণো বেয়া নাপালে। পৃথিৱীখন ইমান স্বাৰ্থপৰনে?

ৰমলাই এটা কথাও নক'লে। ক'বলৈ কাক? কথাবোৰ কেৱেই সঞ্জু ওলাই গৈছিল। মোহনক পঠিয়াই আমেৰিকা-আমেৰিকক মাত্তি পঠাই তেওঁলোক আহিলত ৰমলাই কথাটো

উলিয়ালে। এওঁলোকৰ বাহিৰে সংসাৰত ৰমলাৰ শুভাকাংক্ষী আৰু নাই। কথাবোৰ ক'ব কি, কান্দোতেই ৰমলাৰ কথা কোৱা নহ'লেই। সঞ্জুৰ কমত সোমাবলৈও ৰমলাৰ সংকোচ হ'ল। আমেয়েকে কমত সোমাই ইটো-সিটো চাওতে এখন পুৰণা ফটোত চকু পৰিল। দুমহীয়া সঞ্জুক বুকুৰ মাজত লৈ উঠা মাক মণি আৰু ৰমাকান্তৰ এখন ফটো, যিখন ফটো ৰমলা অহাৰ পিছত ৰমাকান্তই বেৰৰপৰা নমাই বাকচত থৈ দিছিল যাতে ফটোখনে কেতিয়াও ৰমলাৰ আৰু সঞ্জুৰ মাজৰ মৰমৰ জৰীডালত জঁট লগাব নোৱাৰে। বোধকৰো সি ফটোখন কেনেবাকৈ বিচাৰি পাইছিল আৰু তাৰ বাবেই হয়তো তাৰ এনেধৰণৰ পৰিবৰ্তনবোৰ লাহে লাহে ওলাই পৰিছিল।

তাৰেয়েকক সুধিয়েই মাটি চাবিপুৰা বেচি দিয়াৰ সিদ্ধান্ত কৰিলে ৰমলাই। সম্পত্তিতো ল'বাৰ বাবেই। সি পঢ়ি-শুনি ডাঙৰ মানুহ হ'লে পুনৰ মাটি ল'ব। যথেষ্ট বাতি কৰি সঞ্জু ঘৰলৈ আহিল। বুকু ডাঠ কৰি ৰমলাই ভাত বাঢ়ি থৈছিল। বাঢ়িও দিছিল ভাত। সি 'ভোক নাই' বুলি বিছনাত পৰিল। আনদিনা হ'লে ৰমলাই নানা কাকুতি-মিনতি কৰি ভাতৰ পাটত বহুৱালেহেঁতেন। সিদিনা একো নক'লে। লোণপানীক ভাত বাঢ়ি দি ৰমলাও বিছনাত উঠিল। এনে নোহোৱা নোপোজা ঘটনা দেখি লোণপানীৰ পেটটোও ভাত নগ'ল।

পিছদিনা বাতিপুৱা তাৰেয়েকে সঞ্জুক মাতি নিয়ালে। মাটি কিনিব খোজা মানুহ থাউকতে ওলাল। উপযুক্ত দাম-দৰ কৰি মাটি বিক্ৰী কৰা সমুদায় টকা সঞ্জুৰ নামত বেংকত সি উলিয়াব পৰাকৈ থোৱালে। কেইদিনমানৰ ভিতৰতে সঞ্জু দিল্লীলৈ ওলাল। যোৱাৰ সময়ত আগৰ দৰে ৰমলাই লাৰু-পিঠা কৰালে, দুবিধমান আচাৰো ভৰাই দিলে। সঞ্জুৱে যথা বীতি মাকক সেৱা কৰিলে আৰু ৰমলাইও আশীৰ্বাদ দিলে। কিন্তু বুকুৰ মাজত ইমান দিনে বৈ থকা ফল্গুৰ সোঁত কোন বালিচৰৰ মাজত হেৰাই গ'ল ৰমলাই তাৰ উমান নাপালে।

সঞ্জু যোৱাৰ পিছতো কথাটোৱে এডাল তীক্ষ্ণ শৰৰ দৰে ৰমলাৰ কলিজাতে খুচি খুচি এটুকুৰা ঘাঁ কৰি পেলালে। নিজৰ মা নোহোৱা ৰমলাই বিয়াৰ বাতিৰপৰা কেতিয়াবা সঞ্জুক আনৰ ল'ৰা বুলি ভাবিছিলনে? সঞ্জুক পাই নিজৰ সন্তানহীনতাৰ কথাও কেতিয়াও ভৰা নাই ৰমলাই। অথচ কিমান নিৰ্দয়ভাৱে সঞ্জুৱে এনে নিষ্ঠুৰ সত্যটো উদঙাই দিব পাৰিলে।

লাহে লাহে ৰমলাই নিজকে সাজু কৰি ল'লে। ইমান দিনে নিকপকপীয়াকৈ লাগি থকা মায়াজালখনৰ বান্ধোনবোৰ সোলোকাবলৈ ধৰি টান লাগিল। অপৰাধী যেনো লাগিল। হ'ব পাৰে এটা সৰু ল'ৰাৰ প্ৰকৃত সত্য উদঘাটনৰ আবেগিক প্ৰকাশ। কিন্তু লাহে লাহে প্ৰকৃত সত্য উন্মোচিত হ'বলৈ বেছি দিন নালাগিল। ক্ৰমে চিঠিৰ যোগাযোগ

কমি আহি পিছলৈ নাইকিয়া হ'ল। সঞ্জু যোৱাৰ পিছতেই মোহনক বিদায় দি মাটিখিনি আধি দিয়াৰ ব্যৱস্থা কৰা হ'ল। কেতিয়াবা সঞ্জু আহিলে গাখীৰ খাই ভাল পায় বাবে গাই এজনী ৰাখি বাকী গৰুবোৰ বেচি দিলে ৰমলাই। কামখিনি তাঁৰেয়েকৰ পৰামৰ্শমতে কৰিলে, পিছত যাতে সঞ্জুৱে তেওঁক অপৰাধী কৰিব নোৱাৰে। মোহন ভাল ল'ৰা, মাজে মাজে সি আহি বাৰীখন চোৱা-চিতা কৰি থাকিল। ইতিমধ্যে সোণপাহিও গাভৰু হৈ আহিছিল। সোণপাহিৰ উদাস মুখখন, চকুৰ আকুলতা নুবুজাকৈ থকা নাছিল ৰমলাই। এদিন খোলাখুলিকৈয়ে সোণপাহিক কঠিন বাস্তৱটো সকিয়াই দিবলৈ বাধ্য হ'ল ৰমলা। 'আকাশৰ তৰালৈ হাত নেমেলিবি আই— বিজুলীৰ দংশনে বুকু দহি নিব। তাতোকৈ মাটিলৈ চা, মাটিয়েহে জীৱনৰ গছজোপাত জীপ-পানী দি জীয়াই থাকিবলৈ শক্তি যোগাব।' জেঠায়েকৰ কথাত একো নামাতি আঁতৰি গৈছিল সোণপাহি। ৰমলাই মিছা কোৱা নাছিল। বহুত দিনৰ মূৰত এখন চিঠি আহিছিল সঞ্জুৰ। অকণমানকৈ দুআষাৰ লিখা। দিল্লীৰ এক বিখ্যাত পৰিয়ালৰ ছোৱালী ৰঞ্জনাৰ লগত তাৰ বিয়া হ'ল। সময়ৰ নাটনিৰ বাবে মাতিব নোৱাৰাৰ বাবে দুঃখিত। সুবিধা কৰিব পাৰিলে এবাৰ বোৱাৰীক লৈ অহাৰ ইচ্ছা আছে। ৰমলাই আশ্চৰ্য্য প্ৰকাশ নকৰিলে। তেওঁ কথাটো যেন জানিছিলেই। সোণপাহিয়ে গোপনে চাদৰৰ আঁচলেৰে চকুপানী টোকাও চকু এৰাই নগ'ল যদিও একো নক'লে। নিজেই বুজনি ল'বলৈ এৰি দিলে।

ৰমলাৰ বুকুত এটা বিষে বাহ বান্ধিছিল। প্ৰথমে ভাবিছিল পৰিশ্ৰম কৰা বাবে এনে হৈছে। ওচৰৰে হাস্পতাললৈ গৈ ঔষধ পাতিও খাই চাইছিল। ডাক্তৰে কিবাকিবি পৰীক্ষা কৰাৰ কথাও কৈছিল। কিয় জানো ৰমলাৰ মন নগ'ল। ৰমাকান্তৰ বুকুত এটা বিষে বাহ বান্ধিছিল। প্ৰথমে ভাবিছিল পৰিশ্ৰম কৰা বাবে এনে হৈছে। ওচৰৰে হাস্পতাললৈ গৈ ঔষধ পাতিও খাই চাইছিল। ডাক্তৰে কিবাকিবি পৰীক্ষা কৰাৰ কথাও কৈছিল। কিয় জানো ৰমলাৰ মন নগ'ল। ৰমাকান্তৰ বুকুতো এনে এটা বিষেই এদিন কাল মাতি আনিছিল। ৰমলাই গম পালে, এই স্বাৰ্থপৰ সংসাৰৰপৰা ৰমাকান্তই তেওঁক যেন মাতিছে। কিন্তু সোণপাহিঃ সঞ্জুয়ে মায়াজালখন নিজে ফালি আঁতৰি গৈছে কিন্তু সোণপাহিৰ কিবা এটা ব্যৱস্থা নকৰাকৈ গ'লে তেওঁ জানো সিপুৰীতো শান্তি পাব? মোহন ভাল ল'ৰা। অভাৱত পঢ়া-শুনা এৰি হালোৱা হোৱা মোহন দুখীয়া হ'লেও হৃদয় এখন আছে। তাঁৰেয়েকক মাতি পঠালে। আলোচনাত আমেয়েকো আছিল। সোণপাহিৰ নামত সৰুবেলৰাই ৰমাকান্তই মাজে মাজে অলপ ধন থৈছিল এদিন ছোৱালীজনী বিয়া দিবলৈ লাগিব বুলি। সেয়া প্ৰায় বাৰ হেজাৰমান হ'ব। তাতে সোণপাহিৰ নামত দুই বিঘা কঠিত মাটি কিনাৰ ব্যৱস্থা কৰা হ'ল। মোহনক মাতি কথাটো কোৱাত সি আনন্দ আৰু ভয় দুয়োটাতে বিমূঢ় হৈ পৰিল। আনন্দ— ইমানদিনে তাৰ বুকুৰ মাজত সংগোপনে সজাই ৰখা সপোন এটা হঠাতে সিঁচৰ হ'ব খোজাত আৰু ভয় ইমান

ডাঙৰ এটা দায়িত্ব লোৱাৰ বাবে নিজকে অসমৰ্থ যেন লগাত। ইতিমধ্যে ৰমলাৰ ক্ৰমান্বয়ে বাঢ়ি অহা অসুখটোৱে প্ৰায় শয্যাশায়ী অৱস্থালৈ লৈ আহিল। ঘৰ সাধাৰণভাৱে তামোল-পাণ কাটি ৰাইজক সেৱা এটা জনাই মোহনে সোণপাহিক নিজৰ জীৱনলৈ আদৰি ল'লে। যোৱাৰ সময়ত জেঠায়েকক সাৱটি ধৰি হুৰাওবাৰে কন্দা সোণপাহিক ৰমলাই বুজনি দিলে— 'এৰি অহা জীৱনত ক'ৰবাত যদি উজুটি খাইছিলি সেয়া পাহৰি আজিৰপৰা তোৰ নতুনকৈ মচি-কাটি লোৱা গোঁসাইঘৰত মোহনেই দেৱতা— তাকে চিন্তি তই যেন সুখী হ।' মোৰ এয়ে আশীৰ্বাদ।'

বিয়াৰ পিছতে ৰমলাক নগৰৰ হাস্পতাললৈ নিয়া হ'ল। পৰীক্ষা-নিৰীক্ষাৰ পিছত যিটো ফলাফল ওলাল তেতিয়া বহুত পলম হৈ গৈছে। ৰোগীয়ে এতিয়া দিন গণাবহে সময়। নক'লেও ৰমলাইও বুজিছিল— অবুজ মনে এবাৰ সঞ্জুক চোৱাৰ বাবে হাহাকাৰ কৰি উঠা সোণপাহিয়ে গম পাইছিল। পুৰণা হৈ যোৱা বিয়াৰ খবৰ দিয়া চিঠিখনৰপৰা ঠিকনাটো সঞ্জুলৈ যোগাৰ কৰি তাই সঞ্জুলৈ চিঠি এখন লিখিলে— 'জেঠায়ে শেষ বাৰৰ বাবে তোমালোকক এবাৰ চাবলৈ বিচাৰিছে। বৌক লৈ এবাৰলৈ আহি যোৱা।'

সেহাই সেহাই বহি যোৱা মাতটোৰে ৰমলাই সুধিলে— 'সিহঁত আহিলনে?'
আহিব— এই পায়হিয়েই। তুমি চিন্তা নকৰিবাচোন, মাতটো অস্পষ্ট হৈ ওলাল সোণপাহিৰ।

'তাৰ মাটিৰ পট্টা পত্ৰ সকলো ভালদৰে ৰাখিবি। সি যেন ইয়াৰ বাবে মোক অপৰাধীয়া কৰিব নোৱাৰে। সেইবোৰ তাক গতাই দিয়াৰ পাছতহে তোৰ দায়িত্ব শেষ বুলি জানিবি। সি অহাৰ পিছত এই ঘৰ এৰি নিজৰ ঘৰলৈ গুচি যাবি। মোহনক কৈছো, মই থাকোঁতেই তহঁতৰ ঘৰটো অলপ ভাল কৰি ল'ব। কষ্ট কৰিবিহঁক, ভগৱানে মুখ তুলি চাব।' লাহে লাহে ৰমলাই ক'লে।

'সেইবোৰ চিন্তা তুমি কৰিব নালাগে নহয়। ডাক্তৰে কৈছে তুমি সোনকালেই আগৰ দৰে হৈ উঠিবা।

এটা ক্ষীণ হাঁহি ৰমলাৰ ওঁঠেদি বাগৰি গ'ল। আৰু হেৰাৰ কথা কয় আঁকৰিজনীয়ে। সৌৱা ৰমাকান্তই মাতি আছে।

ৰমলাৰ বিছনাখনৰপৰা খিৰিকীৰে বাটটো দেখি। সেইফালেদি থকা আশা-ভৰা চাৱনিটো এটা সময়ত ম্লান হৈ আহিল। দুগালেদি বৈ অহা চকুপানীধাৰ মচি দিবলৈ গৈ সোণপাহিয়ে চিঞৰি উঠিল— 'জেঠাই জেঠাই অ' ৰমলাৰ অৱস্থাটো দেখি বৈ থকা ভাৰেয়েক আৰু আমেয়েক কাষতে আছিল। তেওঁ ক'লে— এচোক গংগাজল মুখত দে অ' আই। হৰি বোল হৰি বোল।'

মোহনেই মুখাগ্নি কৰা চিতাত দাওদাওকৈ জুই জ্বলি কুহুৰ মাজত থকা আশা-ভৰষা, মান-অভিমান সকলোবোৰ সৈতে ৰমলাৰ নশ্বৰ দেহা পুৰি ছাই হৈ গ'ল।

চিঠিখন ঠিকেই পাইছিল সঞ্জুৱে, পিছে সি অফিচিয়েল কামত তেতিয়া মুম্বাইলৈ যোৱাৰ বাবে ব্যস্ত আছিল। তাতে লগত ৰঞ্জনাও যাব। গতিকে কাম শেষ হ'লেও ৰঞ্জনাৰ তাগিদাত ভ্ৰমণ অলপ দীঘলীয়া হ'ল।

নতুনকৈ কিনা আইকনখনত আধুনিক সাজ পৰিহিতা পত্নীৰ সতে নামি অহা সঞ্জুৱে বগা কাপোৰৰ ৰভাখনৰ তল পাই বিব্ৰত হৈ থমকি ৰ'ল। ৰভাত বহি থকা মানুহখিনিৰ চকুৰপৰা বাগৰি অহা ঘৃণা আৰু উপহাসৰ দৃষ্টিত তাৰ সমগ্ৰ শৰীৰৰ শিৰাই শিৰাই যেন বিদ্যুৎ প্ৰবাহিত তৰংগৰ সৃষ্টি কৰিলে।

ঠিক সেই সময়তে পিণ্ডৰ থালি নৈত উটাবলৈ যোৱা মোহন সঞ্জুৰ মুখামুখি হ'ল। সামান্য অস্বস্তি হ'লেও পিছ মুহূৰ্ততে মনটো ডাঠ কৰি সঞ্জুৰ গাৰ কাষেদিয়ে সি খৰ খোজেৰে আগুৱাই গ'ল। □

# অবালচন্দ

ৰঘুপতি মজুমদাৰৰ জীৱনত পঢ়া-শুনাৰে ভৰা চাকৰি, ঘৰবাৰী, সুশীলা পত্নী আৰু সৎ চৰিত্ৰবান শিক্ষিত পুত্ৰ-কন্যাৰ অভাৱ নাথাকিলেও সন্তুষ্টি বোলা বস্তুটোৰ অভাৱে মানুহজনৰ জীৱনটো এটা নীৰৱ যন্ত্ৰণাৰ ভাণ্ডাৰ কৰি তুলিছিল। সকলতে যথেষ্ট যত্নৰ মাজেৰে ডাঙৰ হ'লেও তেওঁৰ মনত এটা গোপন আক্ষেপ আছিল যে ককায়েক যদুপতিক মাক-দেউতাকে বেছি মৰম কৰে। পঢ়া-শুনাত তেওঁতকৈ চোকা ল'ৰাটোক তেওঁ অন্তৰেৰে ঘৃণা কৰিছিল আৰু মনত নিশ্চিত ধাৰণা কৰি লৈছিল যে শিক্ষকসকলে কিবা হিংসাৰ বশৱৰ্তী হৈহে তেওঁক নম্বৰ কমকৈ দিছিল। বাপেকে পূজা পাৰ্বণত দুয়ো ল'ৰা আৰু ছোৱালীহঁতলৈ একে ধৰণেৰে কাপোৰ আনিলেও তেওঁৰ মনত হৈছিল ৰং বা অন্য কাৰণতে ককায়েকৰ চোলাটো কিঞ্চিত হ'লেও উচ্চ পৰ্য্যায়ৰ। মেট্ৰিকত যদুপতিয়ে দুটা বিষয়ত লেটাৰ মাৰ্ক পাই পাছ কৰি সকলোৰে স্নেহ ভাজন হৈছিল। ৰঘুপতিয়ে প্ৰথম বিভাগত সাধাৰণভাৱে পাছ কৰাটো কাৰো চিন্তাৰ কাৰণ নহ'ল যদিও ৰঘুপতিয়ে নিজকে ককায়েকতকৈ নিকৃষ্ট বুলি মনতে ধৰি লোৱা অসন্তোষটো জীৱনলৈ থাকি গ'ল। পিছলৈও ৰঘুপতিৰ কোনো বস্তু বা কাপোৰ কানি কিনোতে বহুত চাই মেলিও পছন্দ কৰিব নোৱাৰা খুঁতখুঁতীয়া চৰিত্ৰৰ বাবে দোকানীৰ খং আৰু বন্ধুমহলৰ কৌতুকৰ পাত্ৰ হৈছিল। চাকৰি ক্ষেত্ৰতো বি. এচ. চি. পাছ কৰিয়েই স্থানীয় ল'ৰা বুলি স্কুলখনত খালি হোৱা 'চাইন্স টিচাৰ'ৰ পোষ্টটোত সহজে মকৰল হ'ল যদিও মনে মনে ৰঘুপতিৰ ধাৰণা হ'ল এই চাকৰিটোত যোগ্যতাতকৈ তেওঁক অধিক দয়াৰ পাত্ৰ বুলিহে পাইছে, কিয়নো তেওঁৰ দেউতাক মেনেজিং কমিটিৰ এজন প্ৰভাৱশালী. সদস্য। গতিকে ৰঘুপতিয়ে গোপনে চাকৰিৰ বিজ্ঞাপন চাই দৰ্খাস্ত দি থাকিল আৰু ইলেকট্ৰিচিটি বিভাগত চাকৰিটো পাই কাৰো পৰামৰ্শ নোলোৱাকৈ স্কুলত ৰেজিগনেচন দি নতুন চাকৰিত জইন কৰি পেলালে। ঘৰতে ভাত খাই কৰিবপৰা স্কুলৰ চাকৰিটো এৰি দিয়াত বাপেকৰ খং উঠিল কিন্তু চৰকাৰী চাকৰি আৰু বাছেৰে পঁচলিশ মিনিটৰহে বাট বাবে উচ্চবাচ্যও নকৰিলে। বাছৰ ঠেলা-হেঁচা, অফিচৰ আঠঘণ্টীয়া বাধ্যবাধকতাৰ আমোলনীত ৰঘুপতিয়ে স্কুলৰ চাকৰিটো এৰি দিয়া মূৰ্খামিৰ বাবে নিজৰ ওপৰতে অসন্তুষ্ট হ'ল যদিও ভাগ্য বুলি ধৰিয়েই তাতে সোমাই থাকিব লগা হ'ল।

ৰঘুপতিৰ বায়েক শান্তিৰ তেওঁৰ স্কুলত পঢ়ি থাকোঁতেই বিয়া হৈছিল নগৰখনৰ অৱস্থাৰ ব্যৱসায়ী এজনৰ লগত। ভিনিহিয়েকৰ শকত-আৱত চেহেৰা, তাতে ডাঙৰকৈ কথা কোৱা আৰু অনবৰত পান খাই থকা স্বভাৱটোৱে ৰঘুপতিক বিষম বিৰক্ত কৰিছিল

তাতোকে বেছি বিৰক্ত কৰিছিল বায়েকে ভিনিহিয়েকৰ লগত লেটিয়াই থাকি তেওঁক সন্তুষ্ট কৰি ৰাখিব খোজা চালচলনৰ কাৰণে। ভনীয়েক বিচিত্ৰাক যেতিয়া কলেজৰ অধ্যাপক বুলিয়ে ক্ষীণ আৰু হটঙা ল'ৰা এটালৈ বিয়াৰ সিদ্ধান্ত লোৱা হ'ল ৰঘুপতিয়ে মুকলিকৈ আপত্তি কৰিলে। কিন্তু ৰঘুপতিৰ আপত্তিৰ কাৰণটো ইমান দুৰ্বল হ'ল যে যুক্তিৰে ঘৰৰ সকলোৱে তাক অগ্ৰাহ্য কৰিলে। ৰঘুপতিয়ে খণ্ডতে বিয়াত থাকিব নুখুজিছিল যদিও মাকৰ ধমকিত থাকিবলগা হ'ল। অৱশ্যে বিয়াৰ পিছত জোঁৱায়েক মাধৱক তেওঁৰ ভালেই লাগিল আৰু শেষত বন্ধুত্বও পাতি পেলালে। ককায়েক যদুপতিৰ বিয়াখন ৰঘুপতি ট্ৰেইনিং এটাত যাবলগা সময়তে ঠিক হ'ল— ছোৱালী ললিতা পঢ়াই-শুনাই, গুণে-গৰিমাই ভাল আৰু আঢ্যৱন্ত ঘৰৰ ছোৱালী বুলি তেওঁ গম পাই ভালেই পাইছিল, কিন্তু ঘৰলৈ আহি বৌয়েকৰ কিঞ্চিৎ দাঁত উজলা মুখখন দেখি তেওঁ ইমান অসন্তুষ্ট হ'ল যে, বৌয়েকৰ মুখলৈ চাই কথা পাতিবলৈ বিৰক্তি লগা হ'ল। অৱশ্যে এটা সময়ত বৌয়েকৰ মৰম-চেনেহত তেওঁ অভিভূত হৈ চেহেৰাটোৰ সামান্য বিচ্যুতিৰ কথা পাহৰিবলৈ চেষ্টা কৰিলে। নিজৰ বিয়াৰ ক্ষেত্ৰতো এই খুটখুটীয়া স্বভাৱটোৰ বাবে কেবাজনী ছোৱালীকো কাৰোবাৰ পঢ়া-শুনা, কাৰোবাৰ চেহেৰা, কোনোবাজনী ধুনীয়া হ'লেও ৰঙৰ দোহাই দি নাকচ কৰাৰ পিছত সুৰবালাক পচন্দ কৰাত যেনিবা ঘৰখনে সকাহ পালে। এদিন সুকলমে বিয়াখনো হ'ল। সুৰবালাৰ সৌন্দৰ্য্য, চাল-চলন, লগত দিয়া সা-সৰঞ্জাম, একোতে খুত নাপাই ৰঘুপতি অতিশয় আনন্দিত হ'ল আৰু মনে মনে গৰ্ব হ'ল যে ককায়েক বহুক্ষেত্ৰত তেওঁতকৈ উত্তম হ'লেও পত্নীৰ ক্ষেত্ৰত তেওঁৰ জয় অনস্বীকাৰ্য্য। কিছুদিন পত্নী গৌৰৱত বিভোৰ হৈ থকাৰ পিছত মনলৈ গোপনে এটা বিৰক্তিৰ ভাৱো আহিল ৰঘুপতিৰ। সুৰবালাৰ বাৰু সঁচাকৈয়ে একো দোষ থাকিব নালাগেনে? নে সুৰবালাৰ এই নিতান্ত ভাল মানুহৰ চৰিত্ৰৰ আঁৰত এক অভিনয় প্ৰবণতাহে লুকাই আছে? বাপেক-মাকৰপৰা আৰম্ভ কৰি ককায়েক-বৌয়েক ভতিজাক ওচৰ-চুবুৰীয়া সকলোৱে সুৰবালাক ইমান ভাল বোলাৰ যথাৰ্থতা কিমান? ভাবি-চিন্তি ৰঘুপতিয়ে পালে যে সুৰবালাই স্বামী হিচাপে তেওঁক দিব লগা মৰম-চেনেহৰ ভাগতকৈ পৰিয়ালৰ আন সদস্যসকলৰ আলপৈচান ধৰাত অধিক গুৰুত্ব আৰোপ কৰে। ঘৰৰ আন সকলেও সুৰবালাৰপৰা কাম আৰু আলপৈচান পোৱাৰ বাবেই ভালৰি বোলোৱাৰ যত্ন কৰে। গতিকে খোৱা-বোৱাৰ পিছত বৌয়েকৰ সতে ঘৰুৱা কাম-বন কৰি সুৰবালা শুবলৈ আহোঁতে পলম হয়, সেয়াও ৰঘুপতিৰ অসন্তুষ্টিৰ কাৰণ হ'ল। ইয়াকে লৈ টোপনিৰ ভাও জুৰি মাতবোল নকৰা; নানা ঠেহ-পেহ আনকি সুৰবালাৰ চৰিত্ৰ সম্পৰ্কেও কটাক্ষ কৰি কোৱা কথাই সুৰবালাৰ বুকুত প্ৰেমৰ পৰিবৰ্তে ভয় ভাৱহে সৃষ্টি কৰিলে, যাৰ প্ৰকাশ তেওঁৰ আচাৰ-ব্যৱহাৰতো ফুটি উঠা বৌয়েকৰ চকুত পৰিল। বিশেষকৈ খাই উঠাৰ পিছত সুৰবালাৰ এই অস্থিৰতা লক্ষ্য কৰি তেওঁ সুৰবালাক কথাটো সুধিয়েই পেলালে। প্ৰথমে আসে মাতিলেও ললিতাৰ স্নেহৰ

পৰশ পাই সুৰবালাই সকলো কৈ কান্দি পেলালে। সাদৰী স্বভাৱৰ ললিতাই বিয়াৰ পিছৰেপৰা একমাত্ৰ দেওঁৰেক ৰঘুপতিক যথেষ্ট মৰম-চেনেহ কৰি বশ কৰিবলৈ চেষ্টা কৰিছিল যদিও ৰঘুপতিৰ চৰিত্ৰৰ বাবে পিছলৈ এই চেষ্টা এৰি দিছিল। সৰল স্বভাৱৰ সুৰবালাৰ সতেও তেওঁ ব্যৱহাৰৰ কথা শুনি তেওঁৰ খং উঠিল আৰু কথাৰ ছলতে দেওঁৰেকক ভালকৈ দুকথা শুনোৱাৰ সুবিধা নেৰিলে। বৌয়েকৰ কথাত ৰঘুপতিয়ে সুৰবালাই তেওঁক লগোৱা বুলি ভাবি অধিক লজ্জিত আৰু অসন্তুষ্ট হৈ সুৰবালাৰ প্ৰতি অধিক উপদ্ৰৱ আৰম্ভ কৰিলে। মান-অভিমানৰ মাজেৰেই ৰঘুপতি সুৰবালাৰ সংসাৰলৈ চাৰিটা সন্তান আহিল। যদুপতিৰ দুটা ল'ৰা-ছোৱালীয়ে ককাক-আইতাকৰ বুকু জুৰাই থাকিলেও আৰু জা-জোৱালীৰ মাজৰ মিলাপ্ৰীতিয়ে আনন্দ দিলেও দূৰদৰ্শী দেউতাকৰ চকুৰপৰা ৰঘুপতিৰ চৰিত্ৰ আৰু আনক সততে আঘাত কৰি আনন্দ পোৱা দিশটো এৰাই যোৱা নাছিল। তেওঁ মৰাৰ পিছত কিবা অথন্তৰ হ'ব পাৰে ভাবি এদিন সকলোকে একেলগে বহুৱাই তেওঁলোকৰ পচন্দ মতে মাটি-বাৰী ভগাই দিয়াৰ ব্যৱস্থা কৰিলে। ৰঘুপতিয়ে নগৰৰ একাষে থকা পুৰণা ভেটিত ঘৰটো কিছু সংস্কাৰ কৰি আহিবলৈ সিদ্ধান্ত ল'লে আৰু লগতে মাক-দেউতাকক আনিবলৈও জোৰ কৰিলে। তেওঁলোক ঘৰ এৰিবলৈ মান্তি নহৈ যদুপতিৰ লগতে থকাৰ সিদ্ধান্ত লোৱাত দেউতাকহঁতে যদুপতিক অধিক স্নেহ কৰাৰ পুৰণি খা টুকুৰা কেঁচা হৈ তেওঁক ইমান দুখ দিলে যে সুৰবালাৰ সতে ল'ৰা-ছোৱালীকেইটাক একপ্ৰকাৰ জোৰ কৰিয়ে নতুন ঘৰলৈ লৈ আহিল। ল'ৰা-ছোৱালীকেইটা ডাঙৰ হোৱাৰ লগে লগে সুৰবালাই ৰঘুপতিৰ চৰিত্ৰৰ এনে কাৰ্যবোৰ অৱজ্ঞা কৰিবলৈ চেষ্টা কৰিছিল। নতুন ঘৰলৈ অহাৰ পিছত দুয়োপক্ষৰ অবাধ যাতায়ত চলি থাকিল— ৰঘুপতিয়ে সুৰবালা আৰু ল'ৰা-ছোৱালীহঁতক বাধা দিয়াৰ চেষ্টা কৰিছিল যদিও সফল নহৈ সিহঁতৰ প্ৰতি অতিশয় বিৰক্ত হ'ল। পিতৃ হিচাপে ৰঘুপতিয়ে ল'ৰা-ছোৱালীকেইটাৰ পঢ়া-শুনাৰ প্ৰতি যথেষ্ট মনোযোগ দিছিল। মাক সুৰবালাৰ নিষ্ঠা আৰু যত্নৰ ফলতে সিহঁত ভাল ধৰণেই ডাঙৰ-দীঘল হ'ল। ছোৱালী দুজনী ভাল ঘৰলৈকে উলিয়াই দিয়া হ'ল। জেঠা হ'ল বৰপুত্ৰ প্ৰাণকৃষ্ণৰ বেলিকা। তেওঁ নিজৰ অফিচৰে ছোৱালী কমলিকাক বিয়া কৰোৱাৰ প্ৰস্তাৱত দেউতাকে তীব্ৰ বিৰোধিতা প্ৰকট কৰিলে। প্ৰথম কথা কমলিকাৰ ঘৰে অফিচত চাকৰি কৰা এডজাল ছোৱালী ঘৰৰ বোৱাৰী কৰাৰ পক্ষপাতী তেওঁ নহয়। আনহাতে কমলিকা যিহেতু কায়স্থ বংশৰ নহয়, তেওঁ গীতাৰ পৰাও আনকি 'বৰ্ণসংকৰৰ' ভয়াবহ ফলৰ ব্যাখ্যা দাঙি ধৰিলে। বাপেকৰ এই ব্যাখ্যা আধুনিক কালত নিষ্প্ৰয়োজনীয় আখ্যা দি প্ৰাণকৃষ্ণ নিজৰ মতত অটল হৈ ৰ'ল। অৱশেষত বৃদ্ধা আইতাকৰ হস্তক্ষেপত বিবাহ সুকলমে হ'ল যদিও মনৰ আক্ষেপ ৰখাৰলৈ ভালেদিনলৈ ৰঘুপতিয়ে বোৱাৰীৰ হাতেৰে অন্নগ্ৰহণ কৰিবলৈ অমান্তি হ'ল। অৱশেষত বোৱাৰীৰ ব্যৱহাৰ-পাতিত অতিশয় সন্তুষ্ট হৈ এটা সময়ত ৰঘুপতিয়ে এই সিদ্ধান্তত উপনীত হ'ল যে তেওঁৰ পূৰ্বৰ সিদ্ধান্ত শুদ্ধ নাছিল।

দ্বিতীয় পুত্ৰৰ বিবাহৰ সম্পৰ্কে ৰঘুপতি নিজেই আগধৰি সজাগ হ'ল। কোকৰাঝাৰ কলেজৰ প্ৰবক্তা সৰুপুত্ৰ হৰেকৃষ্ণৰ বাবে তেওঁ তলে তলে পাত্ৰী অনুসন্ধান কৰি তেওঁৰ পচন্দমতে এখন ভাল আঢ্যৱন্ত পৰিয়ালৰ এজনী ছোৱালী পচন্দ কৰি পেলালে। ছোৱালীৰ জাত-কুল নিজৰ সতে মিলা, দেখাই-শুনাই, কামে-বনে লক্ষ্মীস্বৰূপা, কেৱল হায়াৰ ছেকেণ্ডাৰী পাছ কৰিব পৰা নাই। ছোৱালী ঘৰ ধৰিবলৈহে, চাকৰি কৰি নুখুৱালেও হ'ব বুলি ৰঘুপতিয়ে সগৰ্বে পত্নী সুৰবালাৰ আগত ব্যক্ত কৰিলে। ইতিমধ্যে বহু ঠাইৰপৰা হৰেকৃষ্ণৰ বাবে উচ্চ শিক্ষিতা আৰু চাকৰি কৰা ছোৱালীৰ খবৰ আহিছিল। বিশেষকৈ বৰ জোঁৱায়েকে তেওঁৰ সম্পৰ্কীয় গৌৰীপুৰ কলেজত সম্প্ৰতি জইন কৰা পাত্ৰী এগৰাকীৰ বিষয়ে কথা আগবঢ়াইছিল। ল'ৰাইও ছোৱালী দেখি এক প্ৰকাৰ পচন্দই কৰিছিল, মাত্ৰ আনুষ্ঠানিকভাৱে দেউতাক আৰু পৰিয়ালৰ অনুমতি লোৱাটো বাকী আছিল। সুৰবালাইও কথাটো শুনিছিল কিন্তু জোঁৱায়েক আৰু পুতেকহঁতে সময়ত ক'ব বুলি মনে মনে আছিল। এনে সময়তে হায়াৰ ছেকেণ্ডাৰী ফেল কৰা ছোৱালী এজনীৰ প্ৰস্তাৱ অনা কথাত সুৰবালাই হাঁহিব নে কান্দিব ভাবি নাপাই গিৰিয়েকক ক'লে— 'আপুনি সিহঁতক নোসোধাকৈ এনেদৰে কথা দি অহাটো উচিত হোৱা নাই' ক'বলৈহে পালে ৰঘুপতিয়ে খঙত টিঙিৰি তুলা হৈ উঠিল।

'মোৰ নিজৰ ল'ৰাৰবাবে ছোৱালী চোৱাৰ অধিকাৰ নাই নেকি?'

'অধিকাৰৰ প্ৰশ্ন নহয়— যোগ্যতা নোহোৱা ছোৱালী এজনী চাই তাৰ দৰে শিক্ষিত ল'ৰা এজনৰ সন্মান হানি কৰিব নাপায়।'

'তাৰ সন্মানৰ কথা যে ভাবিলা মোৰ সন্মান নাই নেকি?'

সুৰবালাই একো নামাতি ভিতৰ সোমাল। এই মানুহজনক কথা কৈ একো লাভ নাই। তেওঁৰ সতে অযুক্তিকৰ তৰ্ক নকৰিবলৈ সুৰবালাই বহুবাৰ শপত খায়ো থৈছে তথাপিও..........। সুৰবালা মনে মনে থাকিল যদিও ৰঘুপতি মনে মনে নাথাকিল। ল'ৰাহঁতৰ আগত কথাটো কৈ নিজৰ সিদ্ধান্তৰ কথা জনালে। ফলস্বৰূপে কেইদিনমান ধৰি মহা পয়মালৰ সৃষ্টি হ'ল। দুয়ো জোঁৱায়েক জীয়েক আহিল। প্ৰতিগৰাকীৰ ঘোৰ বিৰোধিতাৰ আগত ৰঘুপতিৰ সিদ্ধান্ত নৰলিল। ঠিক হ'ল ঘৰৰ আটায়ে দেউতাকৰ সতে গৌৰীপুৰৰ ছোৱালীজনী চাবলৈ যাব আৰু পচন্দ হ'লে সোনকালেই দিনবাৰ ঠিক কৰি পেলাব।

সোনকালেই দিন এটা ঠিক কৰা হ'ল। ইতিমধ্যেই প্ৰাণকৃষ্ণই এখন মাৰুতি ভান লৈছিল। তাতে দেউতাক, মাক, কমলিকা আৰু বৰদেউতাকক লৈ যাব। পৰীক্ষাৰ কামৰ বাবে হৰেকৃষ্ণ ধুবুৰীলৈ যাব— তাতে সি ছোৱালী পচন্দ কৰিছেই। ৰঘুপতিয়ে সকলো সিদ্ধান্ত শুনিলে, কাকো একো নক'লে। ৰঘুপতিৰ মুখলৈ চাই সুৰবালাই কিবা এটা অনুমান কৰিছিল, স্বজাব হ'লেও গিৰিয়েকৰ অসহায় মুখখনে তেওঁক অশান্তিত নেপেলোৱাকৈ থকা নাছিল। চেগ চাই এদিন সুৰবালাই ঘোৱাৰ কথা উলিয়ালে, কি পিন্ধিব তাকে সোধাৰ গইনা

লৈ। এটা অদ্ভুত চাৱনিৰে ৰঘুপতিয়ে সুৰবালাৰ মুখলৈ এনেদৰে চালে যে সুৰবালাৰ দৃষ্টি মাটিলৈ নামি গ'ল।

নিৰ্দিষ্ট দিনত যাবলৈ সকলো সাজু হ'ল। গাটো বেয়া লগাৰ অজুহাতত ৰঘুপতি যাব নুখুজিলে। বাপেকৰ স্বভাৱ জানে বাবে ল'ৰাহঁতেও বৰ জোৰ নকৰিলে। সুৰবালাও যাব খোজা নাছিল। ৰঘুপতিয়ে জোৰকৈয়ে তেওঁক পঠিয়ালে। ঘৰত কাম কৰা শিউলীয়ে আবেলি যোৱাৰ আগতে চাহ কৰি খুৱাব। দুপৰীয়া ভাতৰ যোগাৰ সুৰবালাই নিজ হাতে কৰি 'হটকেচ'ত ভৰাই দঢ়াই দঢ়াই খাবলৈ কৈ গাড়ীত বহিলগৈ।

বাৰাণ্ডাৰ চকীখনত বহি গাড়ীখন চকুৰ নেদেখা হোৱালৈকে অপলক নেত্ৰে চাই ৰ'ল ৰঘুপতিয়ে। হঠাৎ এটা উদাসভাৱে তেওঁৰ হৃদয় অধিকাৰ কৰি বহিল। এইয়ে তেওঁৰ সংসাৰ, তেওঁৰ ল'ৰা-ছোৱালী, যিবিলাকৰ বাবে তেওঁ গোটেই জীৱনটো অৰ্থ উপাৰ্জনৰ বাবে কিমান যে কষ্ট নকৰিলে। আনকি তেওঁৰ পত্নী সুৰবালা— তেওঁৰো কেতিয়াও ৰঘুপতিক বুজাৰ চেষ্টা নকৰিলে। এৰা সঁচা কথা— সংসাৰত কোনো কাৰো নহয়, সকলো মাত্ৰ মায়াৰ ভ্ৰম। সংসাৰৰ এই ভ্ৰমৰপৰা আঁতৰি এক বন্ধনহীন জীৱন-যাপন কৰিবলৈ হঠাৎ ৰঘুপতিৰ মনত যেন বৈৰাগ্যৰ ভাৱে ব্যাকুল কৰি তুলিলে।

শিউলীয়ে বৰকৈ কোৱাত ৰঘুপতিয়ে হাতে ভাতে চুলেহে। বাকী থকা গোটেইখিনি ভাত-আঞ্জা ৰঘুপতিৰ কথামতে তাই পৰম তৃপ্তিৰে খালে। আবেলি নিজেই চাহ কৰি খাব বুলি ৰঘুপতিয়ে শিউলীক বিদায় দি বিছনাত পৰিল। শুলেহে কিন্তু টোপনি নাহিল। চাহ একাপ খোৱাৰ বৰ আগ্ৰহ হোৱাত ঘৰত বনাই খোৱাতকৈ দোকানতে কিনি খাম বুলি দুৱাৰত তলা মাৰি ৰঘুপতি বজাৰৰ ফালে ওলাই আহিল। সাধাৰণতে বেচ কিছু দিনৰপৰা ৰঘুপতিয়ে বজাৰলৈ অহাটো বাদ দিছিল। ইতিমধ্যে বজাৰত কেবাখনো নতুন চাহ-মিঠাইৰ দোকান হোৱা দেখি ৰঘুপতি কিছু আচৰিতেই হৈছিল। ইফালে-সিফালে চাই চিনাকি কাকো নেদেখি তেওঁ আশ্বস্ত হ'ল আৰু দোকান এখনত সোমাই চাহৰ অৰ্ডাৰ দিলে। এটা চিংৰা আৰু ৰসগোল্লাৰে চাহ কাপ খাই তেওঁ পূৰ্বৰ অফিচৰ জীৱনটোলৈ মনত পৰিল। এৰা অফিচত কিমান প্ৰতিপত্তি আছিল তেওঁৰ। তেওঁৰ আঙুলিৰ ঠাৰত কিমান মানুহ উঠা-বহা কৰিছিল। ৰিটায়াৰ্ড কৰাৰ পিছত তেওঁ যেন অচল টকা হৈ গ'ল। পইচা দি বাহিৰলৈ আহোঁতে বাছ এখনত কণ্ডাক্টৰে ৰকোঁ, ছত্ৰগাওঁ বুলি চিঞৰি থকা শুনি কিবা এটা ভাবি বাছখনত উঠি বহিল। দুধনৈত থকা বায়েক শান্তাক বহুদিন দেখা নাই। কেতিয়াবা ভাগিনহঁত বিয়া-বাৰুত আহিলে মাত লগাই যায়। আজি হঠাৎ বায়েকক লগ পাব কাৰণে মনটো ব্যাকুল হৈ উঠিল ৰঘুপতিৰ। প্ৰাণকৃষ্ণৰ বিয়াত আহোঁতে ভাগিনীয়েক নলীনিয়ে মামাকক মাকে ঘনকৈ চাবলৈ বিচৰা বুলি কৈছিল। তেওঁৰো যাবৰ মন আছিল, কিন্তু তেওঁক ফুৰাবলৈ নিবলৈ ঘৰৰ কাৰোবাৰ আহৰি হৈছেহে? দৰকাৰ নাই ইহঁতক সোধাৰ। অকলেই বাছত যাব পাৰিব ৰঘুপতি।

ইহঁতে ঘূৰি আহি দেউতাকক নেদেখি আচৰিত হ'ব। ক'তো বিচাৰি নাপালে হাবাথুৰি খাব। সুৰবালাই চাগে কান্দিবলৈ আৰম্ভ কৰিব। কান্দক— বৰ আপোনপেটীয়া হ'ল ইহঁত। সিহঁতে অলপ কষ্ট পাওক। ঘৰখনৰ এটা হাহাকাৰময় পৰিবেশৰ কথা মনতে কল্পনা কৰি ৰঘুপতিৰ মুখত এটা তৃপ্তিৰ হাঁহি ওলাল। বাইদেউক লগ পালে কিমান যে ভাল লাগিব। নিজৰ মনৰ কথা, দুখৰ কথা বহুদিন কাকো মুখ খুলি ক'ব পৰা নাই। বাইদেউক সব কথা ক'ব পাৰি। সৰুতে কিমান মৰম কৰিছিল বাইদেৱে। দেউতাই মাৰিলে ভাত নোখোৱাকৈ থাকিলে কিমান আদৰ কৰি খুৱাইছিল। ৰঘুপতিৰ মনটো সোণালী অতীতৰ মাজত পখিলাৰ দৰে উৰি ফুৰিবলৈ ধৰিলে।

যোগীঘোপাৰ দলং হোৱাৰেপৰা এবাৰো পাৰ হোৱা নাছিল ৰঘুপতিয়ে। কিমান দিন যে ঘৰৰপৰা কেনিও ওলাই যোৱা নাই। বাছৰপৰা চেক গেটত ৰওতে কাবোবাৰ সুৰীয়া গীতৰ স্তৱক এটা কাণত পৰিল— 'দেশেৰ পাখি বিদেশ গেলু মোৰে দিয়া ফাঁকিৰে'— আজি তেবোঁ ঘৰত কমখন ফাঁকি দি অহা নাই। মোচৰ তলত মিচিকি হাঁহি এটা খেলি গ'ল। নিজকে কোনোবা চিনেমাৰ হিৰো হিৰো যেন লাগিল তেওঁৰ।

কেতিয়ানো টোপনিয়ে হেঁচা মাৰি ধৰিলে খবৰ নাছিল ৰঘুপতিৰ। বকো বকো বুলি চিএৰাত চক-মককৈ সাৰ পাই ৰঘুপতিয়ে ইফালে-সিফালে চালে। কণ্ডাক্টৰ ল'ৰাটোক সুধি গম পালে, তেওঁ দুধনৈ কেতিয়াবাই এৰি আহিল। দুধনৈত তেওঁক জগাই নিদিয়াৰ বাবে ল'ৰাটোক খং কৰোঁতে তাৰহে খঙৰ কোব আৰু বকনি চৰা হ'ল। ৰঘুপতিয়ে তাৰ বিৰুদ্ধে বেলেগ যাত্ৰীকো সকিয়ালে যদিও বিশেষ লাভ নহ'ল। বেছিভাগেই তেতিয়া গুৱাহাটী সোনকালে পোৱাৰ কাৰণে উদগ্ৰীৱ। ঠিক ঠাইত নমাটো যাত্ৰীৰ নিজৰে কৰ্তব্য তেনে মতামতৰ গহনা লৈ 'আপুনি গুৱাহাটীৰ পৰা অহা বাছত ঘূৰি গৈ দুধনৈ পাব' বুলি একপ্ৰকাৰ জোৰ কৰিয়েই কণ্ডাক্টৰে তেওঁক বকোত নমাই গুচি গ'ল। কিছু সময় বাছ অহালৈ বাট চালে যদিও বাছ অহাৰ লক্ষণ নেদেখি ৰঘুপতিয়ে উপায়ন্তৰ হৈ হোটেল এখনতে সোমাই ৰাতিটো কটাই ৰাতিপুৱা দুধনৈলৈ যোৱাৰ কথা চিন্তা কৰিলে। কাৰণ এই ৰাতি তালৈ যাব পাৰিলেও প্ৰায় পোন্ধৰ বছৰ নহা ঘৰটো বিচাৰি উলিওৱাটো বৰ সহজ নহ'ব। হোটেল এখন পোৱা গ'ল। হোটেলৰ গৰাকীয়ে ৰঘুপতিৰ দৰে ভব্য-গম্য লোকজনক দেখি নিজেই উৎসাহেৰে কম এটা দেখুৱালে। এজনীয়া বিছনাৰ এটা সৰু কোঠা। বাবাণ্ডাৰ এমূৰে উমৈহতীয়া লেট্ৰিন-বাথৰুম। ভাত বা চাহ অৰ্ডাৰ দিলে ইয়াতে দি যাব তলতো গৈ খাব পাৰিব। ৰঘুপতিৰ ভাগৰ লাগিছিল। ভৰি-হাত ধুই চাহ, ৰসগোল্লা আৰু পুৰি দুখনৰ অৰ্ডাৰ দি বিছনাত আৰাম কৰি দীঘল দি পৰিল। অলপ পিছতে হোটেল বয়টোৱে চাহ-মিঠাই দি গ'ল। চাহ খাই খাই ৰঘুপতিৰ ঘৰলৈ মনত পৰিল। এতিয়ামানে চাগে ঘৰত তেওঁক বিচাৰি নাপাই হুলস্থূল লাগিছে। সিহঁতে বাৰু ভাবিব পাৰিবনে তেওঁ বকো নামৰ কেতিয়াও যোগাযোগ নথকা ঠাই এখনৰ

অখ্যাত হোটেল এখনৰ কোঠাত বহি-শুই আছে। কথাবোৰ ভাবি থাকোঁতে ৰঘুপতিৰ টোপনি আহিল। হঠাতে কোনোবাই হেঁচুকি দিয়াত চক-মকাই সাৰ পাই দেখিলে অখনিৰ ল'ৰাটোৱে ট্ৰে এখনত ভাত আৰু কিবাকিবি আনিছে। ভোকো লাগিছিল। চকু-মুখ ধুই ৰঘুপতি খাবলৈ বহিল। চাউলকেইটা ভালেই। কিন্তু দালিখন পানী, তৰকাৰীখনো ব্ৰহ্মাণ্ডৰ জ্বলা। সুহুৰিয়াই সুহুৰিয়াই কোনোমতে আধা ভাত খাই খণ্ডতে পানী ঢালি মুখ ধুই পেলালে ৰঘুপতিয়ে। ভালদৰে চাই দেখিলে ভাত দিয়া বাচনবোৰ যেন বৰ লেতেৰা। কমটোৰ চাৰিওফালে মকৰাজাল। আঠুৱাখনো লেতেৰা। চাৰিওফালে মহৰ অসহ্য কেন্‌কেনোনি। সুৰবালাই যত্ন কৰি সজাই দিয়া ভাত সাজলৈ মনত পৰিল ৰঘুপতিৰ। মানুহজনীয়ে তেওঁ ভাল পোৱা বস্তুবোৰ কিমান যত্ন কৰি বনাই দিয়ে। তেওঁ ভাল পোৱা সৰু মাছৰ আঞ্জা, পাৰৰ মঙহৰ জোল সকলোৱে খাই শলাগি যায়, পিছে তেওঁহে কিবা জুতি নোপোৱা বুলি অভিযোগ কৰে। আজি এই অপৰিষ্কাৰ ভাত সাজৰ তুলনাত সুৰবালাৰ হাতৰ ৰন্ধা কিমান মহাৰ্ঘ উপলব্ধি কৰিলে ৰঘুপতিয়ে। সুৰবালাই যত্ন কৰি পাৰি থোৱা কোমল বিছনাখন, পৰিপাটী আৰু সজাই থোৱা তেওঁৰ কোঠালীটো হঠাৎ নিজৰ ওপৰতে খং উঠিল ৰঘুপতিৰ। ল'ৰাইতো আৰু সুৰবালাইতো তেওঁক কইনা চাবলৈ কেবাবাৰো লগ ধৰিছিল। তেওঁ নাযাওঁ বুলি কোৱা বাবে সুৰবালাও যাব খোজা নাছিল— তেওঁৰ জোৰতহে গ'ল মানুহজনী। কি দৰকাৰ আছিল তেওঁৰ ঘৰ এৰি গুচি অহাৰ? ছিঃ ছিঃ কি যে ল'ৰা খেমালী। সকলোৱে কয় সুৰবালাৰ দৰে পত্নী ভাগ্যবানৰ কপালেহে পায়। কথাষাৰৰ সত্যতা যেন গভীৰভাৱে অনুভূত হ'ল ৰঘুপতিৰ। মিছা তেমত তেওঁ মূৰ্খৰ দৰে কাম কৰিলে। যি হ'ল হ'ল, ৰাতিটো কোনোমতে পৰি থাকি পুৱা ঘৰলৈকে ঘূৰি যাব। তেওঁৰ ল'ৰা দুটাও কিমান ভাল। তেওঁৰ লগৰ কিমানে যে ল'ৰা-ছোৱালী বেয়া বুলি দুখ কৰা শুনিছে। তেওঁৰ দুয়োটা ল'ৰা আজিৰ যুগত একোটা ৰত্ন। বোৱাৰীজনীয়ে চাকৰি কৰিলেও তেওঁক কম সন্মান কৰেনে? ছোৱালী দুজনী, জোঁৱাই দুটা সকলোৱে তেওঁক কিমান ভালপায়। যোৱা বছৰ অসুখত পৰোতে সিহঁতে কিমান কষ্ট কৰিলে তেওঁক ভাল কৰিবলৈ? সঁচাকৈয়ে, মানুহে মিছাতে নকয় তেওঁৰ খিটখিটীয়া স্বভাৱটোৰ বাবেই সকলোৱে অপ্ৰিয়। এইবাৰ ঘৰলৈ গৈ ৰঘুপতিয়ে নিজকে শুধৰাব। কাৰো কথাত হকাবাধা কৰি কাকো দুখ নিদিব। নিজৰ মতে জীয়াই থাকিবলৈ সকলোৰে অধিকাৰ আছে। কথাবোৰ যিমানে ভাবিলে সিমানে তেওঁৰ সকলোকে লগ পাবৰ মন গ'ল। হঠাতে পেটটো কামোৰা যেন লাগিল। এবাৰ শৌচ কৰি অহাৰ পিছতে তেওঁ কেবাবাৰো পায়খানালৈ যাব লগা হোৱাৰ লগে লগে তেওঁৰ দুৰ্বলতা আৰু অস্থিৰতা বাঢ়ি গ'ল। জাৰ গৈছিল যদিও ফাগুনৰ শেষ ৰাতি জাৰ থাকেই। নতুবা নিচিন্তকৈ ওলাই অহা ৰঘুপতিয়ে গৰম কাপোৰো অনা নাছিল। গাত তেওঁৰ কঁপনি উঠিল। ভৰি-হাতবোৰ অৱশ লগাৰ লগে লগে পিয়াহত ওঠ-কণ্ঠ শুকাই যোৱা যেন লগাত টেবুলত থকা জগটোৰ পৰাই পানী খাই বিছনাতে দীঘল

খাই পৰিল। কাৰোবাক মাতি কথাটো জনাব খুজিও মাতটো নোলাল। অৰ্দ্ধচেতন অৱস্থাত বিছনাতে কাপোৰ কানি নষ্ট হোৱাৰ উমান পাই এক অপৰাধ আৰু লজ্জাবোধে আচ্ছন্ন কৰি তেওঁক সংজ্ঞাহীন অৱস্থালৈ ঠেলি দিলে।

ৰাতিপুৱা ল'ৰাটোৱে কমৰ দুৱাৰ মেলা দেখি সোমাই চাব খুজি দুৰ্গন্ধত মাখিয়ে ভেনভেনাই থকা ৰঘুপতিক দেখা মাত্ৰকে আত্ৰানি হৈ মালিকক খবৰ দিলে। মালিক চণ্ডীদাসে টুকটাককৈ হোটেলৰ ব্যৱসায় কৰি পেটে-ভাতে খাই থকা লোক। তেওঁ কিবা এটা অঘটনৰ আশংকাত দৌৰি আহিল। নাকত হাত দি চালে ভদ্ৰলোকৰ প্ৰাণবায়ু চলি আছে। তততাতৈয়াকৈ তেওঁ ডাক্তৰক খবৰ দিয়াৰ লগতে ওচৰৰে পুলিচ থানাতো খবৰটো দিলে। কোনে জানে কিহৰপৰা কি বিপত্তিত পৰিব লগা হয়। ডাক্তৰ আৰু পুলিচ প্ৰায় একেলগে আহিল। চুইপাৰ এটাৰ হতুৱাই ৰঘুপতিক কিছু পৰিষ্কাৰ কৰি মালিকৰে এখন লুঙি আৰু চাৰ্টেৰে ৰঘুপতিক হাস্পতালত নি চেলাইন দিয়াৰ ব্যৱস্থা কৰা হ'ল। জেপত খুচৰি নগদ তিনিশ বাৰম টকাৰ বাহিৰে একো প্ৰমাণ-পত্ৰ নাপাই ক'তো খবৰ দিয়াৰ ব্যৱস্থা কৰিবপৰা নগ'ল। সেই পইচাৰে ৰঘুপতিৰ চিকিৎসা কৰিবলৈ মালিক আৰু ডাক্তৰক কৈ পুলিচে কিবা খবৰ পালে জনাবলৈ কৈ গ'ল।

এঘণ্টামানৰ পাছত ৰঘুপতিয়ে ডাক্তৰকৈ চকু দুটা মেলি কাৰোবাক বিচাৰিলে, হয়তো সুৰবালাকে। কিবা এটা ক'বলৈও বিচাৰিলে কিন্তু মাত ওলোৱাৰ পৰিবৰ্তে দুগালে দুধাৰি চকুপানী বৈ আহিল। ডিঙিৰে ঘৰ ঘৰ শব্দ এটা হ'ল। চণ্ডীদাসে অসহায় এই মানুহজনৰ দুখত কাষতে বৈ আছিল। নিজৰ অভিজ্ঞতাৰে বুজি তেওঁ মুখত দুচামুচ পানী দি কাণৰ কাষত হৰিবোল হৰিবোল উচ্চাৰিলে। এচামুচ পানী ডিঙিলৈ গল, আন চামুচ মুখেৰে বাগৰি অহাৰ লগে লগে মূৰটো কাতি হৈ পৰিল। চিৰদিন নিজৰ বংশগৌৰৱ, নিজৰ মত আৰু অহংকাৰক খামোচ মাৰি ধৰি থকা ৰঘুপতিয়ে ঘৰৰপৰা দূৰত এক অখ্যাত হোটেলৰ মালিক চণ্ডীদাসৰ হাতেৰে শেষ অন্নজল গ্ৰহণ কৰি আত্মীয় বান্ধৱহীন অৱস্থাত শেষ নিঃশ্বাস ত্যাগ কৰিলে।

উপসংহাৰ : সুৰবালাহঁতে বেছ স্ফূৰ্তিৰ মাজেৰে জোৱাঁই ঘৰত চাহ-জলপানেৰে পৰিতৃপ্ত হৈ বিয়া এক প্ৰকাৰ খাটাং কৰি মাত্ৰ দিন লোৱাৰ অনুমোদন জনোৱাৰ কামটো দেউতাকলৈ থৈ সাতটামান বজাত ঘৰ পালেহি। লাইট নজ্বলোৱা বন্ধ দুৱাৰ দেখি সুৰবালাৰ বুকু আশংকাত কঁপি উঠিল। হাতত থকা চাবিৰে দুৱাৰখন খুলি সুৰবালাই একপ্ৰকাৰ কান্দিয়ে পেলালে। ল'ৰাহঁতে মাকক অযথা হুলস্থূল নকৰিবলৈ সান্ত্বনা দি দেউতাক কাষৰে কাৰোবাৰ ঘৰত যোৱা বুলি ধৰি ল'লেও, পলম হৈ অহাৰ লগে লগে তেওঁলোকৰো মনে গাজিলে। প্ৰথমে ইষৰ-সিষৰ ওচৰ-চুবুৰীয়া, বৰদেউতাক আৰু আত্মীয়স্বজনৰ ঘৰত খবৰ কৰি হাতত মজুত থকা ফোন নম্বৰেৰে বায়েক-ভনীয়েক, মাহী-পেহীৰ ঘৰত যেতিয়া ৰঘুপতিৰ সন্ধান

নাপালে নগৰৰ সকলো হাস্পতাল আৰু অৱশেষত পুলিচৰ শৰণাপন্ন হ'ল। নদীত জাল পেলাইও বিচাৰি চোৱা হ'ল, কিন্তু ৰঘুপতি যেন শূন্যতে লীন হৈ গ'ল এনেহেন লাগিল। পিছদিনা জী-জোঁৱাই আত্মীয়স্বজনে ঘৰ ভৰি পৰিল। কান্দি ভাগৰিপৰা সুৰবালাক সান্ত্বনা দিবলৈ কাৰো ভাষা নোলাল। বিভিন্নজনৰ পৰমৰ্শ মতে বাতৰিকাকত, আকাশবাণী, দূৰদৰ্শনৰ নিৰুদ্দিষ্টৰ বিজ্ঞাপনত ৰঘুপতিৰ ফটোসহ জাননী দিয়া হ'ল। পুলিচেও সংশ্লিষ্ট থানাসমূহলৈ খবৰটো পঠিয়াই নিজৰ দায়িত্ব সামৰিলে।

পৰিচয়হীন ৰঘুপতিৰ মৃতদেহৰ কোনো গৰাকী নোহোৱাত ৰকো থানাই ফটো এখন তুলি ৰাখি গুৱাহাটী আৰক্ষীৰ অনুমতি সাপেক্ষে মেডিকেল কলেজৰ মৰ্গলৈ প্ৰেৰণ কৰিলে। চাৰিদিনৰ পিছতো কোনো ওৱাৰিচ নোহোৱাত হাস্পতালৰ শৱাগাৰৰ কৰ্মীয়ে মাটিত পুতি থলে। বাতৰি আৰু দূৰদৰ্শনত ৰঘুপতিৰ ফটো আৰু ঠিকনা দেখি ৰকো থানা আৰু বঙাইগাওঁ থানাই ৰঘুপতিৰ ঘৰৰ লগত যোগাযোগ কৰিলে। সুৰবালাই কপাল চপৰিয়াই কান্দিব ধৰিলে, কিন্তু কি পৰিস্থিতিত ৰঘুপতি আত্মীয়স্বজনহীন ৰকোত গৈ মৃত্যু মুখত পৰিল কাৰো বোধগম্য নহ'ল। গুৱাহাটী থানাত আৰু হাস্পতালত যোগাযোগ কৰি ৰঘুপতিৰ শৱদেহৰ অৱশিষ্ট আনি নৱগ্ৰহ শ্মশানত অন্ত্যেষ্টিক্ৰিয়া সম্পন্ন কৰা হ'ল। দুয়ো পুত্ৰই ধুম-ধামেৰে পিতৃ শ্ৰাদ্ধ কৰি আত্মীয় পৰিজনক মাছ-মঙহ আৰু দৈ মিঠাইৰে পৰিতৃপ্ত কৰালে।

পিতৃৰ আকস্মিক বিয়োগত মৰ্মান্তিকভাৱে জৰ্জৰিত হৰেকৃষ্ণই পূৰ্ব নিৰ্দ্ধাৰিত বিয়া ভাঙি দিলে। এবছৰ পিছত খা-খবৰ লৈ দেউতাকে ঠিক কৰা মেৰালীগৰাকী বিচাৰি উলিয়ালে। মেৰালী বন্দনাই ইতিমধ্যে হায়াৰ ছেকেণ্ডাৰী উত্তীৰ্ণ হৈ ডিগ্ৰীত এডমিশ্যন লৈছিল। মেৰালীৰ ৰূপ আৰু সৰলতা, মাক-বাপেকৰ অমায়িক ব্যৱহাৰত হৰেকৃষ্ণ ইমান মোহিত হ'ল যে আন কাৰো অনুমতি লোৱাৰ অপেক্ষা নকৰি নিজেই আঙঠি পিন্ধাই বিয়া বন্দবস্ত কৰি আহিল। কথাটো ঘৰত জনোৱাত বৌয়েকে মুখ টিপি হাঁহিলে, কিন্তু সুৰবালাৰ দুগালেদি দুটোপাল চকুলো বাগৰি আহিল। সিপুৰীলৈ গৈ ৰঘুপতিক, পুতেকে তেওঁৰ প্ৰতি জনোৱা শ্ৰদ্ধা আৰু সহৃদয়তাৰ কথা জনাই সান্ত্বনা দিব পাৰিব বুলি ভাবি সুৰবালাৰ বুকুৰ মাজৰ অপৰাধবোধৰ বোজাটো লঘু মেঘৰ দৰে উৰি যাবলৈ ধৰিলে। ❑

# আশ্ৰয়

বিয়াৰ পাঁচোটা বছৰ পিছতে ইন্দুমতীয়ে গিৰীয়েকক হেৰুৱাই এমাডিমা ছোৱালী দুজনীৰ সতে দিশহাৰা হৈ পৰিল। হওঁতে শাহুৱেক বৰজনাকৰ পৰিয়ালেৰে ভৰা ঘৰ এখন থাকিলেও পুতেক অকালতে মৰা দোষতো ইন্দুৰ ওপৰতে জাপি দি শাহুৱেকে তাইক কুলক্ষণী, শাখিনী আদি নানান গালি-শপনিৰ লগতে ভাই শহুৰেকৰ তেওঁৰ ওপৰতে বোজা হোৱাৰ কৰ্কৰ্থনা শুনি শুনি ইন্দুৰ জীৱন নধৰো যেন হৈছিল। ছোৱালী দুজনীৰ মুখলৈকে চাই নিৰুপায় ইন্দুমতীয়ে মাকৰ ঘৰলৈকে অকণমান মৰমৰ আশাত ঘূৰি অহাৰ সিদ্ধান্ত লৈ এদিন ঘৰ ওলালহি। ককায়েকহঁতে প্ৰথমে প্ৰথমে বাৰী দুখিনী ভনীয়েক আৰু ভাগিনী দুজনীক আলহ-উদহ দেখুৱাইছিল যদিও পিছলৈ বৌয়েকহঁতৰ উচটনিত পৰি কেটেৰা-জেঙেৰা কৰিবলৈ লোৱাতহে ইন্দুৰ জ্ঞান আহিল যে মাকৰ ঘৰত তিতা মাত খাই থকাতকৈ গিৰীয়েকৰ ঘৰত লাঠি চৰ খাই থকাই ভাল আছিল। হাজাৰ হ'লেও ছোৱালীজনীৰ সেয়া নিজৰ বাপেকীৰ ঘৰ আৰু তাত সিহঁতৰ অধিকাৰ এটাও আছিল। পিছে গিৰীয়েকৰ ঘৰখনেও 'গৰু মৰিল গোকো সৰিল' বুলি এদিনো তাহাঁত দুজনীৰ খবৰ এটাকে ল'বলৈ কোনো নাহিল বাবে তালৈ ঘূৰি যাবলৈও সাহস গোটাব নোৱাৰিলে। নিজৰ ভাগ্যকে দুষি বাৰী বলৰপৰা মেখেলা-তিয়নী ধুই, পথাৰে-ঢেকীয়ে লাগি দি তিনিটা প্ৰাণীৰ ভাত মোকোলাই থাকিব লগা হ'ল। ককায়েকহঁতে ভনীয়েকৰ দুখ নেদেখাকে নাছিল, পিছে তাইক সুখত ৰাখি ঘৈণীয়েকহঁতক জোকাই বৌদোৰ বাঁহত জুই দিয়াৰ সাহস কোনোটোৱে নহ'ল।

শাওনমহীয়া পথাৰত বোকা দিয়াৰেপৰাই ইন্দুমতী যেন এজনী বোৱনীলৈ পৰিবৰ্তিত হ'ল। ইফালে ছোৱালী দুজনীৰো গাত থেন থেন মেন মেন নুশুচা হ'ল। সৰু ছোৱালীজনীৰ জ্বৰ উঠা বাবে এদিন বৰবলৈ নাযাওতে সৰু বৌয়েকে কৈয়ে দিলে যোলে 'কেঁচুৱাৰ আওঠেও দেখুৱাই পথাৰলৈ নগ'লে তিনিটা বাইকহৰ পেট এনেয়ে নভৰে নহয়।' খং আৰু বিৰক্তিত নৰিয়া ছোৱালীজনীক এৰি ইন্দু পথাৰ পালেগৈ। ঘূৰি আহি দেখে ছোৱালীজনীৰ তমোময় জ্বৰ। ককায়েকক ক'লত যেনিবা লৰালৰিকৈ গৈ কেইপুৰিয়ামান হোমিও দৰৱ আনি দিলে। মাজৰাতি ইন্দুৰ হুৱাওৱাও কান্দোনত সকলোৱে গম পালে অবোধ জীৱটি মাকৰ বুকু শুদা কৰি অজান দেশলৈ গুচি গ'ল।

তিনিদিনমান ইন্দুমতীয়ে মুখলৈ পানী এটোপাও নিনিলে। পিছে ডাঙৰজনী ছোৱালীৰ মুখখনে তাইক আকৌ সংসাৰলৈ ঘূৰি আহিবলৈ বাধ্য কৰিলে। ককায়েকহঁতৰ সংসাৰৰ বাৰ-কুৰি কামৰ মাজেৰে অকথা-কুকথা শুনি ইন্দুৰ জীৱন নাট চলি থাকিল।

'দুখৰ ৰাতিও এদিন পুৱায়' বোলা কথাষাৰ বোধকৰো ইন্দুৰ গাতো ফলিওৱাৰ লক্ষণ দেখা দিলে। ঘাটত এৰোজা কাপোৰ ধুই কেকোজেকোকৈ ঘৰলৈ ওভটা ইন্দুৰ হঠাতে চকুত পৰিল দময়ন্তীলৈ। ইন্দুৰ লগৰীয়া বন্তিৰ বায়েক দময়ন্তী। বন্তিৰ বান্ধৱী বুলিয়ে মাউৰী ছোৱালীজনীক সিহঁতৰ ঘৰখনে মৰম কৰিছিল যদিও এটা আকস্মিক ঘটনাত তাই ঘৰখনৰ আৰু বেছি আপোন হৈ পৰিছিল। এঁকেলগে গা ধুবলৈ গৈ পানীৰ কুঁৰ এটাত পৰি ককবকাই থকা দময়ন্তীক সাহসী ইন্দুৱে একেজাঁপে নামি চুলিকোছাত ধৰি পাৰলৈ উঠাই আনিছিল। দময়ন্তীৰ মাক-বাপেকে তাইক প্ৰাণ ভৰি আশীৰ্বাদ দিয়াৰ উপৰিও এযোৰ ভাল কাপোৰ দি বিহুৱে-পূজাই খা-খবৰ কৰিছিল। অৱশ্যে বিয়াৰ পিছত সেই সম্বন্ধৰ আঁত হেৰাই যোৱাৰ দৰে হ'ল।

দময়ন্তীয়ে ল'ৰা-ছোৱালীহাল লৈ মাকৰ ঘৰলৈ আহিছিল। বাছৰপৰা নামি দময়ন্তীহঁতৰ ঘৰলৈ নৈৰ পাৰেৰে চমু বাট। দময়ন্তীৰ গাত দামী সাজ ডিঙিয়ে-কাণে সোণৰ গহনাই তাইৰ ঘৰৰ আভিজাত্যৰ চিনাকি দিছে। শুকাই হাড়-ছাল ওলোৱা বিধৱা সাজেৰে ইন্দুক দেখি তাই প্ৰথমে ধৰিবই পৰা নাছিল। ইন্দুৰো বেয়া লাগিছিল তেনে অৱস্থাৰে দময়ন্তীক দেখি কিন্তু মাত নিদিবলৈও বেয়া পালে। দময়ন্তী ইন্দুৰ নো কিয় এনে দশা হ'ল সুধিবলৈহে পালে তাই প্ৰায় কান্দিয়েই পেলালে। থোকাথুকি মাতেৰে ফিঙিনি ক'লে দময়ন্তীয়ে তাতে সকলো বুজি পালে। বেচেৰীজনীক কিবা এটা সহায় কৰাৰ কথা ভাবিয়েই তাইক এবাৰ যেনেতেনে লগ ধৰাৰ কথা কৈ দময়ন্তী গ'লগৈ।

দময়ন্তীৰ মাকৰ ঘৰ ধানে-ধনে টনকিয়াল যদিও গিৰীয়েকৰ ঘৰ অঞ্চলটোতে চহকী। বহু কপিত মাটি, মাছৰ পুখুৰী, গোহালিৰে ভৰা গৰু-গাই, এখন শাক-পাচলিৰ ফাৰ্মৰ উপৰিও এখন গেলামালৰ ৰমৰমীয়া ব্যৱসায়ী জীৱকান্ত এজন গণ্যমান্য ব্যক্তি। শাহুৱেক আৰু ননদ দুজনী থাকোতে ঘৰৰ কাম-কাজ চম্ভালাত অসুবিধা নাছিল যদিও দুয়োজনীকে বিয়া দিয়াৰ পিছত আৰু অলপতে শাহুৱেক ঢুকুৱাত ঘৰৰ কাম চম্ভালি চাৰিওফালে চকু দিবলৈকে টান হৈছে দময়ন্তীৰ। ওচৰৰে মানুহ এজনীয়ে বাহী কাম-বন কিছু চম্ভালে যদিও তাইক আপদে অসুবিধাত আথললৈ নিব নোৱাৰি। ভালকৈ খা-খবৰ লৈ দময়ন্তীয়ে ইন্দুৰ দুৰৱস্থাৰ কথা শুনি মনতে এটা কথা ভাবিলে। ভনীয়েকৰ দৰে ইন্দুক যদি তাই লৈ যায় তেন্তে তাইৰ ডাঙৰ সহায় এটা হ'ব। ছোৱালীজনীকো তাতে স্কুলত নাম লগাই দিব। সিহঁতৰ ঘৰত হালোৱা-হজুৱা কিমানে বৰ্তি আছে, থাকিব ইহঁত দুজনীও। তাইক মৃত্যু মুখৰপৰা বচাই অনা ছোৱালীজনীৰ প্ৰতি তাইৰো এটা দায়িত্ব আছে। ভাবি চিন্তি তাই মাককো কথাষাৰ সুধি চালে। মাকে বৰ ভাল দেখিলে কথাটো। ক'লে, 'তাইক এটা সংস্থাপন দিলে তোৰেই কল্যাণ হ'ব আই। এই ভৰ বয়সতে বেচেৰীয়ে বৰ কষ্ট পালে।'

ইন্দুক ঘৰলৈ মাতি দময়ন্তীয়ে কথাটো আলোচনা কৰিলে। ক'লে, 'চা ইন্দু বনকৰা মানুহ হবি বুলি ভাবিলে তই যাব নালাগে। নিজৰ ভনীৰ দৰে থাকিবি, অৱশ্যে বহি খাব নোৱাৰ সেইটো ঠিক। নিজৰ ঘৰৰ দৰে কাম-বনো কৰিব লাগিব। আৰু এটা কথা খোলাখুলিকৈ কৈ থওঁ, তই গাভৰু ছোৱালী। মোৰ ঘৰত ইটো-সিটো বহুত মানুহৰ আহ-যাহ। তাতে ভিনদেৰেৰেও ডেকা মানুহ। মোৰ কাৰো প্ৰতি অবিশ্বাস নাই যদিও মনটো বান্ধিবি। বিশেষকৈ মনত ৰাখিবি তোৰ বাবে মোৰ আৰু ভিনিহিয়েৰৰ মাজত কোনো অশান্তি বা ভুল বুজাবুজি নহয়। তোৰ ছোৱালী কমলাও আমাৰ অময়া আৰু কাকুৰ লগতে স্কুললৈ যাব পাৰিব। বাকী তোৰ ইচ্ছাৰ কথা। ইন্দুৱে ইমানখিনি শুনাৰ পিছত বিশেষ ভাবিবলৈ নাছিল। দুচকু পানীৰে ওপচাই তাই দময়ন্তীক কথা দিছিল। ছোৱালীজনী, তাইৰ এটা নিশ্চিত নিৰাপত্তা আৰু আশ্ৰয়ৰ বাহিৰে তাই একো নিবিচাৰে।

বিনা পইচাৰ চাকৰণী এজনী হাতৰপৰা এৰা যোৱাৰ ক্ষোভত বৌয়েকহঁতৰ কটুক্তি, দাদাকহঁতে পৰিয়ালৰ মান-অপমানক লৈ ধেমালি খেলা বুলি দিয়া গঞ্জনা, সকলোবোৰ আওকাণ কৰি এক অজান ভৱিষ্যতৰ বাটত ভৰি দি তাই ছোৱালীজনীৰ সতে দময়ন্তীৰ লগত ঘৰৰ সমন্ধ চিঙি ওলাই গৈছিল।

গিৰীয়েকক নোসোধাকৈয়ে নিজেই ইমান ডাঙৰ সিদ্ধান্ত ল'লে যদিও ঘৰৰ ওচৰ পোৱাৰ লগে লগে মনত লৈ অহা সংকোচৰ ভাবটোৱে দময়ন্তীক কিছু বিমোৰত পেলোৱা যেন লাগিল। তাতে লগত এজনী ছোৱালীও আছে। জীৱকান্তইও বৈণীয়েকৰ লগত দুটা অচিনাকি মাক-জীয়েক দেখি আচৰিতেই হৈছিল। ইন্দুৱে সিহঁতক বহিবলৈ দি গিৰীয়েকক থুপতে কথাটো ক'লত জীৱকান্তই বেয়া নুবুলিলে। দোকানে-পথাৰে দময়ন্তীৰ অকলে প্ৰকাণ্ড হাউলিটো চম্ভলা কথাটো টান হোৱা দেখি জীৱকান্তই সহায় কৰিবপৰা কাৰোবাক অনাৰ কথা কৈয়ে আছিল। দময়ন্তীয়েহে মনৰ জোখাৰে মানুহ নোপোৱাত কথাটো টিলাই আছিল। এতিয়া নিজেই জাতে-পাতে মিলা চিনাকি দুখুনী মানুহ এজনী চপাই অনাত ভালেই পালে। গিৰীয়েকৰ সম্মতি পাই দময়ন্তীৰ মন ফৰকাল হ'ল আৰু ইন্দুৰ সতে জীৱকান্তক চা-চিনাকি কৰি দিলে।

মাক-জীয়েক থাকিবলৈ কোঠা এটা সুকীয়াকৈ দি লাহে লাহে দময়ন্তীয়ে ইন্দুক এপদ-এপদকৈ ঘৰৰ কামবোৰ বটাই দিবলৈ ধৰিলে। ছোৱালীজনীকো অমিয়াহঁতৰ স্কুলতে নাম লগাই দিয়াৰ ব্যৱস্থা কৰা হ'ল। গিৰীয়েক-বৈণীয়েকহালৰে মিঠা আৰু আপোন ব্যৱহাৰত ইন্দুৰ মনৰ আশংকা আঁতৰি গ'ল আৰু তাইও সোনকালেই আপোন ভাবেৰে ঘৰৰ সকলো কাম চম্ভালিবলৈ ল'লে। ৰাতিপুৱা বাহীবনৰ উপৰিও ল'ৰা-ছোৱালীৰ স্কুলত যোৱাৰ খোৱা-পিন্ধা টিফিন দিয়া আদিতো সহায় কৰি দিয়াত দময়ন্তী বৰ সুখী হ'ল। কামত মূৰ দাঙিব নোৱাৰা দময়ন্তীয়ে তাঁত-সুততো বহিব পৰাৰ উপৰিও আলহী-

দুলাহি আহিলে শান্তিৰে দুযাৰ কথা পাতিব পৰা হ'ল। দময়ন্তী আৰু ইন্দুৰ লখিমী হাতৰ পৰশত জীৱকান্তৰ সংসাৰ দিনে দিনে শ্ৰীমণ্ডিত হৈ উঠিল আৰু সেই সংসাৰৰ সুশীতল ছাঁয়াত শ্ৰীহীনা ইন্দুও লাহে লাহে স্বাস্থ্যৱতী লাৱণ্যময়ী নাৰীলৈ পৰিবৰ্তিত হ'বলৈ ধৰিলে।

দুটা ল'ৰা-ছোৱালীৰ বাপেকী জীৱকান্ত সুন্দৰী সু-স্বাস্থ্যৱতী পত্নী দময়ন্তীৰ প্ৰতি একান্ত বিশ্বস্ত আৰু চৰিত্ৰবান হ'লেও চকুৰ আগতে সদায় দেখি থকা জীয়া গাভৰু ইন্দুৰ সতে খুলশালী সম্বন্ধতে দুই এবাৰ নিৰ্দোষ ধেমালী বা জোকাই বং চোৱাৰ লোভো নলগাৰ বয়স নহয়। কিন্তু ইন্দুয়ে ঘৰতে বায়েক দময়ন্তীক দি অহা কথামতে তাইক বিশ্বাস আৰু আশ্ৰয় দিয়া মানুহগৰাকীয়ে কোনো কথাতে মতে তিলমানো দুখ নাপায় সেই কথা ভাবি জীৱকান্তৰ পৰা ইমান আঁতৰি চলিবলৈ ল'লে যে প্ৰথমে তাইক কিবা অভং আৰু অহংকাৰী বুলি ভাবিছিল। পিছলৈ অৱশ্যে ছোৱালীজনীৰ সেইটো স্বভাৱ আৰু জীৱনত বহুত দুখ পোৱা বাবেই ধেমালীৰ প্ৰতি স্বাভাবিক অনীহা বুলি ধৰি নিজেও সেই চেষ্টা এৰি আঁতৰি থাকিল।

এদিন দুদিনকৈ দময়ন্তীৰ সংসাৰত পাঁচ বছৰে বাগৰ সলালে আৰু এদিন আশ্ৰিতা হৈ অহা ইন্দু সংসাৰখনৰ এবাৰ নোবাৰা আপোনজন হৈ পৰিল। কমলায়ো ডাঙৰ হৈ অহাৰ লগে লগে নিজৰ ঘৰৰ দৰেই সৰু সৰু কামত লাগি ভাগি দি সকলোৰে মৰম কাঢ়ি ল'লে।

কিন্তু বিধাতাৰ ইচ্ছা বুজি উঠা টান। সাৱলীলভাৱে চলি থকা সংসাৰখনে যেন হঠাতে উজুটি খাব লগা হ'ল। স্বাস্থ্যৱতী নিৰোগী দময়ন্তীৰ হঠাতে ক'ৰ পৰা জানো মূৰৰ বিষ এটাই লগ ল'লে। এনেয়ে ভাল হ'ব বুলি ভাবি থাকোতে কিছুদিন গ'ল। ইন্দুয়েও বিভিন্ন পৰিচৰ্যাৰে মানুহজনীক সুস্থ কৰি তুলিবলৈ চেষ্টা কৰি ব্যৰ্থ হ'ল। বনদৰৱ, কবিৰাজী, হোমিও একোৱে কাম নিদিলেই বৰঞ্চ মানুহজনী দিনে দিনে মূৰৰ বিষত ছলাকলা হ'ল। অৱশেষত বন্ধু-বান্ধৱৰ পৰামৰ্শমতে টাউনৰ হাস্পতাললৈ নি ভাল ডাক্তৰক দেখুওৱাৰ ব্যৱস্থা কৰা হ'ল। ডাক্তৰে পৰীক্ষা-নিৰীক্ষা কৰি গুৱাহাটীলৈ সোনকালেই নি চিকিৎসাৰ পৰামৰ্শ দিলে। ঘৰখনত অকলে ল'ৰা-ছোৱালীকেইটাক এৰি যোৱাৰ বাবে বিমান চিন্তা হ'ল ইন্দুৰ কান্দোনে মানুহজনীক বেছি বিচলিত কৰি তুলিলে। মোৰ দৰে দুৰ্ভাগিনীক আশ্ৰয় দিয়াৰ বাবেই বাইদেউৰ এনে দশা হৈছে বুলি ইন্দু শোকত ভাগি পৰিল। ইন্দুৰ হাতত ঘৰখনৰ দায়িত্ব আৰু ল'ৰা-ছোৱালী চমজাই এদিন পিৰীয়েকৰ সতে দময়ন্তী গুৱাহাটী পালেহি। বিভিন্ন পৰীক্ষাৰ পিছত ডাক্তৰে বিটো ৰোগ নিৰ্ণয় কৰি জীৱকান্তক জনালে তেওঁৰ মূৰত সৰগ ভাঙি পৰিল। ইতিমধ্যে দুৰন্ত কৰ্কট ৰোগে দময়ন্তীৰ মগজুত বাহ বান্ধি ইমানকৈ শিপাই গৈছাইছিল যে তাৰপৰা মুক্তি পোৱাৰ আশা ক্ষীণ বুলিয়েই ধাৰণা কৰি ঘৰলৈ নি বিমান দিন থাকে ঔষধ আৰু পৰিচৰ্যাৰ মাজেৰেই শেষৰ দিনকেইটা

আনন্দৰ মাজেৰে ঘৰতে ৰখাৰ দিহা দিয়াত হতাশ জীৱকান্তই দময়ন্তীক ঘৰলৈ লৈ আহিল। এনেহেন পকা সুমথিৰা বৰণৰ মানুহজনীৰ নিস্তেজ আৰু কংকালসাৰ চেহেৰা দেখি ঘৰৰ মানুহৰ বাদেই ওচৰ-চুবুৰীয়াবো চকুলো নোবোৱা হ'ল। ইন্দুৱে লৰালৰিকৈ গা-মুৰ মচি দি কাপোৰ সলাই দি ফোট-সেন্দুৰ দিলত আৰু ল'ৰা-ছোৱালীকেইটাৰে ঘৰখন দেখি দময়ন্তীৰ মুখলৈ কিছু উজ্জ্বলতা ঘূৰি অহা দেখা গ'ল। ইন্দুৱে লৰালৰিকৈ অলপ পথ্য খুৱাই দিয়াৰ লগতে জীৱকান্তৰ বাবেও খোৱাৰ দিহা কৰিলে। পোন্ধৰ-বিশ দিনে হাস্পতালে, হোটেলে দেহা টোচৰাই লৈ ফুৰা দুয়োটা প্ৰাণীয়ে যেন ইন্দুৰ মৰমৰ আশ্ৰয়ত বহুত দিনৰ মূৰত নিশ্চিন্ত টোপনিত নিমগ্ন হ'ল।

ঘৰৰ সকলো কাম-কাজ চম্ভালাৰ উপৰিও ইন্দুয়ে দময়ন্তীক এনেদৰে আপদাল কৰিবলৈ ল'লে যেন তাই যমৰ সতে যেপেৰি পাতিহে ধৰিছে এনে লাগিল। বন্ধা-বঢ়া সকলো কৰিলেও জীৱকান্তক ভাত-পানী যতনাই দিয়া কাম ইমানদিনে দময়ন্তীক এৰি দিয়া ইন্দুয়ে বাধ্য হৈ কৰিবলগা হোৱাত স্বাভাৱিক ভাবেই এটা সহজ সম্পৰ্ক গঢ় লৈ উঠিল। জীৱকান্তৰ মনত ইন্দুৰ প্ৰতি থকা কোনটো আঁতৰ হৈ এটা অবুজ মৰমে ক্ৰিয়া কৰিবলৈ ধৰিলে। অসুস্থা পত্নীৰ আগত বহি জীৱকান্তই যিমানে নিজৰ এই দুৰ্বলতাক প্ৰশ্ৰয় নিদিবলৈ কৃতসংকল্প হ'ল, সিমানেই দময়ন্তী আৰু ইন্দুৰ দুয়োখন মুখৰ ছবি লাহে লাহে একাকাৰ হ'বলৈ ধৰিলে।

দময়ন্তীৰ মনটো যথকাল কৰি ৰাখিবলৈ ইন্দুয়ে অময়া আৰু কাকুহঁতে স্কুললৈ যাওঁতে আহোঁতে মাকক খা-খবৰ লৈ যোৱা, কাষত বহি মাকৰ সতে কথা-বতৰা পতা, আদিৰ মাজেৰে দময়ন্তীক আনন্দত ৰাখিবলৈ চেষ্টা চলাই থাকিল যদিও ইন্দুয়েও গম পাইছিল সময় হয়তো শেষ হৈ আহিছে। এদিন ৰাতিপুৱা গাখীৰ এবাটি খুৱাবলৈ আহি দেখিলে দময়ন্তীয়ে ডাঙৰকৈ চকুদুটা মেলি কিবা যেন বিচাৰিছে। দুটাকে মৃত্যু চকুৰ আগতে প্ৰত্যক্ষ কৰা ইন্দুৰ বুজিবলৈ বাকী নাথাকিল। তাইৰ চিঞৰত জীৱকান্ত দৌৰি পালেহি। জীৱকান্ত কাষলৈ অহাৰ লগে লগে সম্বিত পোৱাৰ দৰে দময়ন্তীয়ে তেওঁৰ হাতখনত থাপ মাৰি ধৰিলে। ইন্দুৰ কান্দোনত কাকু অময়াহঁতো দৌৰি আহিল। দময়ন্তীয়ে চকু ঘূৰাই সকলোকে চালে, ইন্দুকো যেন কিবা এটা ক'বলৈ চেষ্টা কৰিলে। হঠাতে জীৱকান্তক খামুচি ধৰা হাতখন সুলকি পৰিল। সৰু ল'ৰাৰ দৰে জীৱকান্তই আঠুকাঢ়ি বহি হুকহুকাই কান্দিবলৈ ল'লে।

মৃতকৰ খবৰ কৰিবলৈ অহা মিতিৰ কুটুমৰ সোধপোছ, ল'ৰা-ছোৱালীকেইটাৰ সতে জীৱকান্তৰ হবিষৰ যোগাৰ কৰা, শ্ৰাদ্ধৰ বাবে বস্তুৰ তদাৰকীৰণৰা সকলো কাম ইন্দুৱে এনেদৰে যত্নৰ দৰে কৰি গ'ল যে, দময়ন্তীৰ পৰিয়াল আৰু শুভাকাংক্ষী সকলোৱে আচৰিত মানিলে। মাক হেৰুওৱা ল'ৰা-ছোৱালীদুটাইও ইন্দুৰ আঁচলতে ধৰি মাকৰ দুখ পাহৰিবলৈ চেষ্টা কৰিলে।

দময়ন্তী ঢুকুৱাৰ পিছৰেপৰা শ্ৰাদ্ধ ভোজৰ হুলস্থূলৰ ভিতৰত ইন্দুৱে নিজৰ বিষয়ে একো কথাই ভবাৰ অৱসৰ পোৱা নাছিল। কিন্তু লাহে লাহে আলহী দুলহিবোৰ গ'লগৈ, আনকি ইন্দুৰ মাকো এসপ্তাহমান থকাৰ পিছতে গিৰীয়েকৰ অসুখৰ খবৰ পাই লৰালৰিকৈ গুচি গ'ল। তেতিয়াহে ইন্দুৰ গা চেৰালে, এটা অদ্ভুত ভয় আৰু অনিশ্চয়তাই তাইৰ বুকুত হেঁচা মাৰি ধৰিলে। ইমানদিনে দময়ন্তীৰ আশ্ৰয়ত ইন্দুৱে নিজৰ আৰু ছোৱালীজনীৰ নিৰাপত্তাৰ কথা কেতিয়াও ভবাৰ প্ৰয়োজন হোৱা নাছিল। কিন্তু দময়ন্তীহীন ৰকলা জীৱকান্তৰ সংসাৰত তাই কি সম্পৰ্কৰ দোহাই দি থাকিব সেই চিন্তাই তাইৰ ভিতৰখন উঁয়ে কুটাৰ দৰে কুটিবলৈ ধৰিলে। স্বামীগৃহ আৰু পিতৃগৃহৰ দুৱাৰতো কেতিয়াবাই তাইৰ বাবে বন্ধ হৈ গৈছে। ইয়াত কাৰ বিষয়ে কোনেও তাইক একো কোৱা নাই ঠিকেই কিন্তু কিছুদিনৰ পিছত তাইৰ সম্পৰ্ক লৈ কোনোবাই আঙুলি টোৱাব। কিন্তু মনে মনে সেইবোৰ চিন্তাই ইন্দুক যিমান বিতত কৰিলেও মাতৃহীন সন্তান দুটাৰ ৰকলা মুখ, পত্নীহীন জীৱকান্তৰ উদাস চেহেৰা আৰু দময়ন্তীয়ে তাইলৈ এৰি যোৱা ঘৰখনৰ দায়িত্বই তাইক এডাল অদৃশ্য শিকলিৰে মেৰাই বান্ধিলে। এদিন দুদিনকৈ দিনবোৰ পাৰ হৈ হুমহীয়া শবাধ পাৰ হ'ল। ল'ৰা-ছোৱালী দুটাই মাকৰ অবৰ্তমানতো হাঁহি মাতি ফুলাই লোৱা, খেল-ধেমালি আদি কৰিবলৈ ল'লে। জীৱকান্তৰো উদাস মুখত হাঁহি বিৰিঙিল। ঘৰখনৰ প্ৰতি ইন্দুৰ অক্লান্ত সেৱা দেখি জীৱকান্ত অবাক হ'ল। তেওঁৰ ভাব হ'ল দময়ন্তীৰ দেহটো গ'ল কিন্তু আত্মাটো ইন্দুতে বৈ গ'ল। বছৰেকীয়া যোৱাৰ পিছত দুই এক বন্ধুস্থানীয় লোকেও ক'লে যোলে ঘৰতে ইমান ৰূপহী গুণী তিৰোতা এজনী থাকোতে ৰকলা ভাত খাই থকাৰ যুক্তি আছেনে? জুইৰ কাষত ঘিউ থাকিলে উত্তলাদি জীৱকান্তৰ মন গলিবলৈ লৈছিলেই। এনেবোৰ কথাই তেওঁৰ মনতো ইন্দুক আপোন কৰি লোৱাৰ কামনা জাগি উঠিল। ইন্দুৰ মনতো বুজিবলৈ কেতিয়াবা তামোলখন লওঁতে হাতখন লগাকৈ দিয়া, ধেমালীৰ ছলেৰে ইন্দুৱে শুনাকৈ 'সৰুজনী' বুলি মতা, প্ৰয়োজনে অপ্ৰয়োজনে কিবা এটা বিচাৰি ইন্দুৰ কাষ চপা আদিৰ মাত্ৰা যিমানে বাঢ়িল সিমানে ইন্দুৰ মনৰ সংকোচো বাঢ়িল। তাইৰ বুকুতো যে দিনে বাতি দেখি থকা মৰমিয়াল পুৰুষজনৰ ছবিটোৱে সমগ্ৰ হৃদয়খন জুৰি বহিছিল সেয়া তাই নুবুজাকৈ নাছিল। কিন্তু আহিৰ সময়ত দময়ন্তীক দি অহা কথাবাৰে জীৱকান্ত আৰু তাইৰ মাজত এখন প্ৰাচীৰৰ সৃষ্টি কৰিছিল। গভীৰ বিশ্বাসত তাইক সংসাৰত আশ্ৰয় দিয়া দময়ন্তীক তাই বিশ্বাসঘাতকতা কৰাটো উচিত হ'বনে?

কিবা এটা বাজনৰা কামত ওলাই যোৱা জীৱকান্তক ভাত খাবলৈ বহি থকা ইন্দুমতীৰ চকু দুটা লাগি আছিল। অসময়ইতে অখনিয়ে ভাত খাই শুলে। দিনটো কামত ভাগৰি পৰা ইন্দুৱে বিছনাত বহি থাকোতেই টোপনিত কাটি হৈ পৰি থকা জীৱকান্তই আহি দেখা পালে। জীৱকান্তৰ বুকুত যেন এসাগৰ মৰম উথলি উঠিল। কপালত হাতখন দিয়াৰ

লগে লগে সাৰ পাই উঠা ইন্দুক সাৱট মাৰি ধৰি ধৰি চুমাৰে ওপচাই দিলে। ইন্দুৱে প্ৰথমতে জীৱকান্তৰ বুকুত নিজকে এৰি দিছিল যদিও ক্ষন্তেক পিছতে দময়ন্তীলৈ মনত পৰি এক প্ৰচণ্ড ঠেলাৰে অপ্ৰস্তুত জীৱকান্তক আঁতৰাই কান্দি উঠিল, 'মোক অভাগী আৰু আশ্ৰিতা বুলি এনেদৰে অপমান কৰিবলৈ আপোনাৰ লাজ নালাগিলনে?'

জীৱকান্তৰ একো অসৎ উদ্দেশ্য নাছিল। ইন্দুৰ প্ৰতি তাৰ বুকুৰ মাজত জীপ লৈ উঠা ভাবটো এই আপাহতে প্ৰকাশ কৰি তাইৰো মনটো জনাৰ প্ৰয়াস কৰিছিল। কিন্তু ইন্দুৰ হটা ব্যৱহাৰত তাৰ পৌৰুষত্বত আঘাত লগাত সিয়ো খং খাই উঠিল — 'তই ঠিকেই কৈছ ইন্দু। তই যথাৰ্থতে অভাগীয়েই। মোক সকলোৱে নতুন সংসাৰ কৰিবলৈ কৈয়েই আছে। ভাবিছিলো কেও কিছু নোহোৱা তোকে চপাই ল'লে তোৰো আশ্ৰয় হ'ব আৰু ল'ৰা-ছোৱালী কেইটাৰে ময়ো সুখত থাকিম। পিছে নাই তই ৰাণীৰ নহয় বান্দীৰ হে উপযুক্ত। ঠিক আছে, দেখিবি সোনকালেই তোতকৈ ৰূপহী আৰু ভাল ঘৰৰ ছোৱালী বিয়া কৰাই আনিম, আৰু তই বান্দীৰ জীৱন কটাবি।' কথাখিনি প্ৰায় চিঞৰিয়ে কৈ জীৱকান্তই দুপদুপকৈ ওলাই গৈ নিজৰ কোঠালীত সোমাই ধমকৈ দুৱাৰ মাৰি বিছনাত পৰিল।

বজ্ৰপাত পৰা মানুহৰ নিচিনাকৈ ইন্দু তাতেই বহুতপৰ নিথৰ হৈ বহি ৰ'ল। কি কৰিলে তাই। সেই দুপৰীয়াই দুগৰাহ ভাত খাই ওলাই যোৱা ডেকা মানুহটোৱে ওৰে নিশা পেটৰ ভোকত কলমলাই থাকিব। হাতত পায়ো মাণিক হেৰুৱালে আজি তাই। জীৱনৰ জোনাকী বাট দেখুৱাবলৈ অহা মানুহজনক অপমান কৰি নিজৰ জীৱনলৈ এন্ধাৰ মাতি অনা তাই সঁচাকৈয়ে হতভাগিনী। অজস্ৰধাৰে চকুলোৰ বানে ইন্দুৰ দুগাল তিয়াবলৈ ধৰিলে। এবাৰ ভাবিলে জীৱকান্তক ওচৰলৈ গৈ ক্ষমা খুজি আহিব। কিন্তু তালৈকো সাহে নুকুলালে। নিৰুপায় কান্দোনত ভাগি পৰা ইন্দুয়ে এটা সময়ত টলংপলংকৈ উঠি গৈ বিছনাত পৰিলগৈ।

কেবাদিনো তেনেকৈয়ে পাৰ হ'ল। জীৱকান্তৰ মুখখন গোমোঠা হৈ থাকিল। মাতবোল কৰিবলৈও এৰিলে। ইন্দুৱে সজাই দিয়া চাহ জলপান খালে ঠিকেই কিন্তু তাইৰ মুখলৈও নোচোৱা হ'লত নিজকে ঘৰখনত এক অবাঞ্চিতৰ দৰে অনুভৱ হ'বলৈ ধৰিলে। নিজৰ ভাগ্যকে দুষি চকুপানী টোকাৰ বাহিৰে কৰিবলৈকো একো নাথাকিল। ছোৱালীজনী থৈ তাই এতিয়া ক'লৈ যাব?

ইন্দুয়ে মন কৰিলে আজিকালি প্ৰায়ে অচিনাকি মানুহৰ সমাগম হৈছে ঘৰখনত। তেনে মানুহ আহিলেই কন কৰা ল'ৰা মাণিকৰ হতুৱাই জীৱকান্তই ইন্দুক চাহ জলপানৰ ফৰমাচ দি পঠায়। আজিকালি জীৱকান্ত আগৰদৰে অকলা হৈ নাথাকে। আলহীৰে কাগোৰ-কানি লিখি ওলায়। আলহীৰ সতে আগ্ৰহ কৰিয়ে কথা-বতৰা পাতে। কথাবোৰ ব্যৱসায় সম্পৰ্কীয় নহয়, বিয়া-বাৰু সম্পৰ্কীয় সেয়া ইন্দুই বুজে। তাইৰ বুকুখন মোচোকা খাই

উঠে। হঠাতে এদিন জীৱকান্তৰ সম্পৰ্কীয়, খুৰীয়েক এগৰাকীয়ে দুগৰাকী মানুহ লৈ আহিল। খুৰীয়েক গৰাকী আগেয়েও কেতিয়াবা আহে কিন্তু বৰ চকুচৰহা আৰু চোকা মুখৰ বাবে দময়ন্তীয়েও তেওঁক এৰাই চলিছিল। আহিয়েই তেওঁ 'বোপাই জীৱ ঔ' বুলি বাগ টানি আলহী দুগৰাকী বহুৱাই নিজেও থেপেচ কৈ বহি ল'লে। ইন্দুয়ে অমিয়াহঁতে স্কুলৰপৰা আহি ভাত খোৱা কাহী-বাটি অটাই আছিল। খুৰীয়েকে উঠি গৈ ইন্দুক ধৰিলেগৈ 'ঐ ইন্দু এইবোৰ এৰ, আলহী আহিছে দেখিছ নহয়, ভালদৰে চাহ-জলপানৰ দিহা কৰ সোনকালে।' ইতিমধ্যে চ'ৰাঘৰত ইন্দুৱে জীৱকান্তৰ মাতো শুনিছিল। হুকুমটো জীৱকান্তৰে হ'ব বুলি তাইৰ বুকুখন যেন একুৰা জুয়ে দহি গ'ল এনে লাগিল। একো নামাতি ইন্দুৱে তিনিটা বাটিত জলপান সজাই দিলে। ইন্দুক দেখুৱাই আকাৰে-ইংগিতে কোন বুলি সোধা মানুহ এগৰাকীৰ প্ৰশ্নৰ উত্তৰত খুৰীয়েকে ইন্দুয়ে শুনাকৈয়ে তাওৰ কৈ 'কোননো হ'ব— বোৱাৰীয়ে কেওঁ কিছু নোহোৱা কুটিলি জনা নাইজাৰবি। পিছে চিন্তাৰ কাৰণ নাই, আমাৰ পাহিটি আহিলেই' বুলি হাতেৰে পাক মাৰি উভালি পেলোৱাৰ ভাও দেখুৱাই কুটিল হাঁহি মৰা দৃশ্যটো তামোল দিবলৈ অহা ইন্দুৰ চকুত নপৰাকে নাথাকিল। ইতিমধ্যে খুৰীয়েকে কাকু আৰু অমিয়াকো মাতি আনি চিনাকি কৰি দি ক'লে— 'এইহেন সোণৰ পুতলা দুটা এৰি মাকজনী গুচি গ'ল দেহি। তহঁতে চিন্তা নকৰিবিহঁক। তহঁতৰ দুখ গুচাবলৈ মাৰৰ দৰে এজনী নতুন মা আনি দিম নহয়।' অমিয়া ক্লাছ চেভেনত পঢ়ে, তদুপৰি মাউৰী হোৱাৰে পৰা বহুত কথা বুজাও হৈছে। গাৰপৰা খুৰী আইতাকৰ হাতখন এচাৰ মাৰি পেলাই চিঞৰিয়ে ক'লে— 'কোনে কৈছে আমাক নতুন মা লাগে বুলি? আমাক মৰম কৰিবলৈ ইন্দুমাহী আছে নহয়'— বুলি উচাৎ মাৰি গুচি যোৱা অমিয়াৰ কথাষিনি সোমাই অহা জীৱকান্তৰ বুকুত যেন খুন্দা এটা মাৰি গ'ল। মুখখন ওন্দোলাই জীৱকান্তক মাত দি খুৰীয়েক আলহীৰে সতে ওলাই গ'ল। পাহিটি বোলা জনী খুৰীয়েকৰ ভায়েকৰ ছোৱালী। কামে কাজে এলাইবাদু আৰু মুখচোকাৰ জহতে ছোৱালীজনী ঘৰতে থুপৰী হৈ আছে। তাইকে খুৰীয়েকে জীৱকান্তৰ ডিঙিত ওলোমাবলৈ বিচৰাত পেটে পেটে খঙো উঠিছে তেওঁৰ। তাতে কি দৰকাৰ আছিল অমিয়াহঁতক এইবোৰ কথা জানিবলৈ দিয়াৰ? ভাল্যই বেয়া নহ'লেনো ভৰবয়সতে দময়ন্তীয়ে এৰি যাব লাগেনে? যি হ'ল হ'ল সুখত থাকোতে ভুলে কিলাকে তেওঁক নতুন এখন সংসাৰ কৰাৰ আঁচনি ভৰিবলৈ। গোটেইখিনি খং ইন্দুৰ ওপৰতে পৰিল জীৱকান্তৰ। দময়ন্তী যোৱাৰ এই বছৰেকে ঘৰৰ গৃহিণীৰ ভূমিকাত থাকি জীৱকান্তৰ বুকুৰ মাজলৈ এটা নতুন সপোন জগাই তুলিছিল মানুহজনীয়ে। কিন্তু সতী সাধ্বীৰ ভাও দেখুৱাই অপমান কৰিবলৈ বাকী নাৰাখিলে সিদিনা। ভুল বুজিছিল জীৱকান্তই। তেজ মঙহৰ মানুহ নহয়, ইন্দু যেন এক নিঠুৰ পাষাণ প্ৰতিমা।

মানুহকেইগৰাকী ওলাই যোৱাৰ পিছত হমুনিয়াহ এটা কাঢ়ি জীৱকান্তৰ বাটিটো ঢাকি থৈ কাহী-বাটিবোৰ চপাই নিলে ইন্দুয়ে। এটা যন্ত্ৰৰ দৰেই নিত্য নৈমিত্তিক কামবোৰ কৰি গ'ল যদিও একো কামতে মন নবহিল। এইখন ঘৰলৈ দময়ন্তী বাইদেউৰ ঠাই ল'বলৈ কোনোবা এগৰাকী আহিব। তেওঁ অহাৰ পিছত এইখন ঘৰৰ মাটিত গজা তাইৰ অস্তিত্বৰ শিপাডাল হয়তো উঘালি পেলোৱা হ'ব। নিথৰুৱা প্ৰাণীৰ দৰে তাই আৰু তাইৰ ছোৱালীজনী উটি যাব এক অনিশ্চিত ভৱিষ্যতৰ গৰ্ভত। আৰু অমিয়া আৰু কাকু? সিহঁতক বাৰু বুকুৰ আঁচলত সামৰি ল'ব পৰা মন এটা থাকিবনে মানুহজনীৰ? অমিয়াই কিয় ক'লে তেনেদৰে? নতুন মাক নিবিচাৰে সিহঁতে — ইন্দু মাহীয়েই হ'ব। সিহঁতে বাৰু বুজিছে নেকি যে সিহঁতৰ ভৱিষ্যতো অন্ধকাৰত পোত খাই যাব? দময়ন্তীক দিয়া এষাৰ কথা ৰাখিবলৈ গৈ তাই বাৰু নিজৰ আৰু তিনিটা প্ৰাণীৰ ভৰষাক বিপদাপন্ন কৰিছে নেকি? আৰু এজনেও ভৰষা কৰিব খুজিছিল তাইক। কিন্তু এক অনৰ্থক অহমিকাত সেই ভৰষাো দলিয়াই দিয়াৰ যুক্তি ক'ত বিচাৰি পালে তাই?

অত-ত'ত থিয় হৈ বহি কথাবোৰ ভাবি ভাবি ইন্দুৰ মূৰটো আচন্দ্ৰাই কৰাৰ দৰে লাগিল। ঘড়ীত আঠোটা বজাৰ ঘন্টাতহে চক খাই ভাতৰ চৰুত জাল দিলে। কণী আলুৰে দম এখন ৰান্ধি লৰালৰিকৈ ল'ৰা-ছোৱালীকেইটাক খাবলৈ মাতিলে। অমিয়াহঁতৰ মুখ কেইখন গোমোঠা লাগি আছে। সিহঁতে ভালপোৱা তৰকাৰীখনো চুলেহে, ভালদৰে নাখাই বিছনাত উঠিলগৈ। ইন্দুয়ে বুজিলে কিন্তু একো নুসুধিলে। অথনিৰ কথাবোৰে চাগে সিহঁতৰ কুমলীয়া মনবোৰো ভাৰাক্ৰান্ত কৰি তুলিছে।

জীৱকান্তৰ বাবে ভাত বাঢ়িবলৈ সাজু কৰোতেই মাণিকে আহি খবৰ দিলে জীৱকান্তই ভাত নাখায়। ইন্দুক খাই-বৈ শুবলৈ কৈছে। কথাখিনি শুনি ইন্দু তভক মাৰি ৰ'ল। ডেকা মানুহটোৱে বাতিটো লঘোণে ৰ'ব। তাইনো কি সুখেৰে ভাতৰ গৰাহ মুখলৈ তুলিব?

পাকঘৰ সামৰি ভৰি-হাত ভালদৰে ধুই ইন্দুয়ে পাকঘৰৰ গাতে লাগি থকা থাপনাখনৰ সন্মুখত আঠুকাঢ়ি সেৱা কৰিলে। একাষে বেৰত দময়ন্তীৰ ফটোখনো আঁৰি থোৱা আছিল। সেইফালে চাই ইন্দুয়ে দময়ন্তীৰ চকুলৈ চাই ক'লে— 'বাইদেউ তোমাক দিয়া বাক্য তোমাৰ জীৱনকালত কেতিয়া উলঙ্ঘা কৰা নাই। কিন্তু তুমি শূন্য কৰি গুচি যোৱা তোমাৰ ঘৰসৰ ঘৰখন আৰু নিজকো ৰক্ষা কৰাৰ বাবে নিৰুপায় হৈ আজি সেই প্ৰতিশ্ৰুতি ৰক্ষা কৰিব নোৱাৰাৰ বাবে ক্ষমা কৰি দিবা।' দুচকু উপচি পৰা পানীৰে ইন্দুৱে এনে লাগিল যেন দময়ন্তীৰ চকুত এটি প্ৰশ্ৰয়ৰ আভাস বিয়পি পৰিছে।

ধীৰ খোজেৰে ইন্দুৱে জীৱকান্তৰ কমৰ কালে আগবাঢ়িল, দুৱাৰখন আধা খোল খাই আছে। ডিম লাইটৰ পোহৰত ইন্দুৱে দেখিলে জীৱকান্ত বেৰৰফালে মুখ দি শুই আছে। ইন্দুয়ে লাহেকৈ কপালত হাতখন থলে। বহুতো চিন্তাৰে ভাৰাক্ৰান্ত জীৱকান্তৰ চিলমিলকৈ

টোপনিৰ আবেশ এটা আহিছিলহে। অভাৱনীয় এক নাৰীৰ স্পৰ্শত তেওঁৰ সমগ্ৰ শৰীৰ জিকাৰ খাই উঠিল। চকু মেলি অবাক বিস্ময়ত তেওঁ ইন্দুৰ মুখলৈ চাই ৰ'ল। সপোন দেখা নাইটো? খপজপকৈ উঠি বহিল জীৱকান্ত। 'এই ৰাতি তুমি ইয়াত কিয়?' আপুনি ভাত নাখাওঁ বুলিলে। গাতো বেয়া নেকি সঁচাকৈয়ে? ইন্দুৱে তলমূৰা হৈ ক'লে। তাই কন্দা যেন লাগিল।

এটা তীব্ৰ অভিমান আৰু ক্ষোভত জীৱকান্তৰ বুকুখন টনটনাই উঠিল। 'মোৰ ঘৰৰ এটা খবৰ নোলোৱা মানুহে এই ৰাতি মোৰ দেহাৰ খবৰ ল'বলৈ আহিব নালাগে। কোনোবাই দেখিলে বেয়া বুলিব। যোৱা শুই থকাগে।' 'দেখক কোনোবাই বোলক বেয়া' ইন্দু যেন হঠাতে দুঃসাহসী হৈ উঠিল। 'মই ক'লৈ যাম? আজি অ'ত বছৰে এইখন ঘৰকে আপোন বুলি সাবটি ধৰি আছো। বাইদেউ যাওঁতেও এই ঘৰ মোকে চমজাই থৈ যোৱা বাবেই এইখন ঘৰক, অমিয়াহঁতক আৰু আপোনাক মোৰ মন আৰু দেহাৰে সত্তৰপৰ সকলো ধৰণে যত্নৰ ত্ৰুটি কৰা নাই। আপোনাৰ বুকুৰ মাজত জাগি থকা ৰূপবোৰ মই অনুভৱ নকৰাকৈ থকা নাই। মোৰ বুকুৰ মাজতো মোৰ হেৰুৱা মানুহজনৰ ঠাইত যে আপোনাৰ ছবিখন বহি গৈছে মই কেনেকৈ বুজাম? কিন্তু ইমানবোৰ কথা কৈ ইন্দুৱে যেন ফোপাইছিল। মই বাইদেউক কথা দিছিলো আপোনালোক দুয়োবো মাজত মই কেতিয়াও অন্তৰায় নহও। সেইবাবেই ... কান্দোনত ভাগি পৰিব খোজা ইন্দু দুটা শক্তিশালী বাহুৰ আকৰ্ষণত জীৱকান্তৰ বুকুৰ মাজত সোমাই পৰিল। পিছ মুহূৰ্ততে পাৰ ভাঙি যোৱা আবেগৰ জোৱাৰত দুটা উপবাসী শৰীৰ পৰস্পৰৰ সান্নিধ্যত যেন উন্মাদ হৈ উঠিল। ☐

# শৰশয্যা

পণ্ডিত, বোলো অ' পণ্ডিত ঘৰত আছানে?

জলকীয়া পুলিৰ গুৰিকেইটা খন্তিৰে খুচৰি দিয়াৰপৰা পণ্ডিতে কাণ পাতিলে। অজানিতে তেওঁৰ কপালৰ শিৰ কেইডাল থুপ খাই গ'ল।

'বোলো ঘৰত কোনোবা আছেনে নাই। হেৰা পণ্ডিত।'

সেয়া যদুনাথ মহাজনৰ মাত। যাবলৈ উঠি পণ্ডিত থমকি ৰ'ল। ৰাতি পুৱাইছে মাথোন। জেঠমহীয়া দীঘল দিন এটা আগত লৈ যদুনাথ মহাজনৰ কথা কেইটা আৰু বিৰক্তিত কোচ খাই থকা মুখখন চাবৰ ইচ্ছা নগ'ল পণ্ডিতৰ। মহাজনে যি ক'ব সেয়া পণ্ডিতৰ অজ্ঞাত নহয়।

হাত বাউল দি অলপ আঁতৰতে দাঁত ঘঁহি থকা তৃতীয় শ্ৰেণীত পঢ়া কণবাপুক মাতিলে। সি কাষ পালত একপ্ৰকাৰ ফুচফুচাই কনবাপুক ক'লে— 'মহাজনক মই নাই বুলি কওঁগৈচোন।'

ল'ৰাটো আচৰিত হৈ বাপেকৰ মুখলৈ চাই থাকিল। 'কি চাইছ নেযাৱ কিয়' — পণ্ডিতে তাক ঠেলি দিলে হাতেৰে।

'আপুনি দেখোন আছেই দেউতা। আপুনিয়ে দেখোন কৈছিল মিছা কথা—।'

'ক'বলৈ হাক দিছিলো নহয়'— টিঙিচ কৰে খংটো উঠি আহিল পণ্ডিতৰ 'কটা ধৰ্ম যুধিষ্ঠিৰটো ওলাইছে— যা বুলিছো যা।'

সেমেনা সেমেনি কৰি ল'ৰাটো বাহিৰলৈ ওলাই গ'ল।

পণ্ডিতে কাণ দুখন সজাগ কৰি ৰ'ল। কি বা কয় মহাজনে।

'হো। এই পুৱাতে ক'লৈ মাণিক বুটলিবলৈ গৈছো হো?' নে মিছা কৈছ— টকা আনিবৰ সময়ত সুৰসুৰ কৰি আনিলেগৈ, এতিয়া দিয়াৰ নামেই নাই, খুজিবলৈ আহিলেও আকৌ মানুহ কেনিবা নোহোৱা হয়।'

মহাজনে চিএৰি চিএৰি কোৱা কথা কেইষাৰ ঠহৰ ঠহৰকৈ পণ্ডিতৰ কাণত সোমাল। পণ্ডিতৰ কাণ দুখন গৰম গৰম লাগিল। এইখিনি কথা শুনাৰ পিছত ওচৰ-চুবুৰীৰ আগত দূৰতে থাকক, ল'ৰাটোৰ আগলৈ যাবলৈও যেন পণ্ডিতৰ সংকোচ হ'ব।

মহাজন বোথকৰো ওলাই গ'ল। বাটৰপৰা কাকো এবাৰ চিএৰি ঘৰৰ ফালে উদ্দেশ্য কৰি ক'লে— 'হেৰৌ পোৱালি, আহিলে বাপেৰক কবি, অমুক মহাজনৰ ধাৰখিনি ভালে ভালে যেন পাৰনি কৰে। নহ'লে কথা বেয়া হ'ব। ঘৰে-মাটিয়ে সোপাকে ক্ৰোক দিয়াম বাপেৰক—'

শেষৰ কথাখিনি পণ্ডিতৰ কাণত ভালদৰে নোসোমাল।

খন্তিখন হাতত লৈ বহুতপৰ স্থানুৰ দৰে বহি থাকিল যুধিষ্ঠিৰ পণ্ডিত। কণবাপুৰ এটা সক জীৱনৰ আৰম্ভণিতে তেওঁ নিজে পিতৃ হৈ সন্তানক মিছা কথা কোৱাৰ দীক্ষা দিছে— তাতোকৈ আৰু লাজৰ কথা কি হ'ব পাৰে? অকণমান ল'ৰাজনৰ চকু যুৰি উঠা সন্দেহ আৰু প্ৰশ্নসূচক দৃষ্টিটো যে পণ্ডিতৰ চকুতপৰা নাছিল এনে নহয়, পৰিছিল ........অথচ....অথচ উপায় নাছিল। ঠিক উপায় নহয়, সাহস নাছিল। যিদিনাখনৰ পৰা যদুনাথ মহাজনৰ খাতাত লাহে লাহে নিজকে নিঃশেষ কৰি দিবলগীয়া হৈছিল— সেই দিনাৰেপৰা যুধিষ্ঠিৰ পণ্ডিতৰ অন্তৰত থকা সৎ সাহসী মনটো আৰু মূৰ ওখ কৰি চলিবপৰা গৌৰৱৰ যেন মৃত্যু হৈছিল।

অথচ এদিন যুধিষ্ঠিৰ পণ্ডিত এইখন গাঁৱৰ সকলোৰে আদৰ্শই নহয়— গাঁৱৰ প্ৰাণকেন্দ্ৰ আছিল, এই মাষ্টৰ যুধিষ্ঠিৰ কাকতি। নামটো জানো কোনে যুধিষ্ঠিৰ থৈছিল। বোধকৰো বাপেকে নহ'লে মাকে। হয়তো সত্যৰ প্ৰতি থকা আনুগত্যই তেওঁলোকক ল'ৰাটোৰ নাম যুধিষ্ঠিৰ থবলৈ সকিয়াইছিল। কিন্তু কলিযুগৰ যুধিষ্ঠিৰ যে মিছলীয়া নহ'লে নচলে তাক জানো সেই সহজ-সৰল দম্পতীহালে বুজিব পাৰিছিল।

অৱশ্যে যুধিষ্ঠিৰ পণ্ডিতে সঁচাকৈয়ে সত্যক আদৰ কৰি আহিছে। আজিও ল'ৰাই মিছা কথা কোৱাৰ প্ৰমাণ পালে পিঠিত সৌকা চিঙিবলৈ কুণ্ঠিত নহয়। ক ফলাখন শিকায়েই পণ্ডিতে হাতৰ আখৰ লিখিবলৈ সৰ্বপ্ৰথম বাক্যটো লিখে—'সদায় সত্য কথা ক'বা।' ছাত্ৰবোৰক লিখায়েই ক্ষান্ত নাথাকি হাতে-কামে ল'ৰাহঁতক সত্যবাদী হ'বলৈ শিকায় পণ্ডিতে। এই সত্যবাদিতাৰ বাবেই পণ্ডিতক সকলোৱে ভাল পাইছিল। দুই-এক বুঢ়ালোকে কৈছিল— 'এৰা, যুধিষ্ঠিৰ নামটো কোনো গণকে গণিপিতিহে থোৱা আছিল। সঁচাকৈয়ে নামে-কামে এক।'

এৰা, এটা সময়ত সঁচাকৈয়ে যুধিষ্ঠিৰ পণ্ডিত গাঁৱখনৰ যেন প্ৰাণকেন্দ্ৰ আছিল। মেল-মিটিং সকলোতে পণ্ডিত নহ'লে নুগুৰাইছিল— ভাওনাখনত মূল ভাওটো লল'লে বাহিৰে চাই বং নাপাইছিল। কিন্তু......দীঘলকৈ হুমুনিয়াহ এটা কাঢ়ি পণ্ডিতে ভাবিলে, কালৰ কি কুটিল গতি। আজি সেই যুধিষ্ঠিৰ পণ্ডিতে নিজৰ সন্তানক মিছা কথা ক'বলৈ আগবঢ়াই দিছে।

এৰা, কি দিনবোৰ কি হৈ গ'ল।

পণ্ডিতৰ সংসাৰ বাঢ়িল, বাঢ়িল লগতে অভাৱো। অকল পণ্ডিতৰে নহয়, গোটেই গাওঁখনৰে। দেশখনৰ গতিয়ে কিবা ওলট-পালট হৈ গ'ল। তাহানি মহাযুদ্ধৰ থোৱাই গাঁৱৰ বায়ু বিষাক্ত কৰিবপৰা নাছিল। অসহযোগ আন্দোলনৰ টৌৱে কোবালেও ভিতৰৰা পৰিস্থিতিৰ বিশেষ একো পৰিবৰ্তন অহা নাছিল— কাৰো মন বা শৰীৰত। এটা স্বাভাৱিক সহজ ছন্দেৰে শীতলীপুৰ গাঁৱৰ জীৱনধাৰা প্ৰবাহিত হৈ আছিল।

তাৰ পিছত স্বাধীনতা আহিল। এটা অনুষ্টুপীয়া আয়োজনেৰে পণ্ডিতেও শীতলীপুৰত স্বাধীনতা দিবস উদ্‌যাপন কৰিলে। হাতত ত্ৰিৰঙ্গ পতাকা লৈ ল'ৰা-ছোৱালীহঁতক লৈ সমদল যাত্ৰা কৰিলে। ল'ৰা-বুঢ়া তিৰোতাই দুৱাৰদলিত ওলাই পণ্ডিতলৈ চালে। এৰা, পণ্ডিত গাঁৱৰ গৌৰৱ। আবেলি মিটিং এখন পাতি পণ্ডিতে স্বাধীনতাৰ বিষয়ে ৰাইজক ক'লে। বহুতে বুজিলে, বহুতে নুবুজিলে। তথাপিও বুজা-নুবুজাৰ মাজেৰেই স্বাধীনতা আহিল শীতলীপুৰ গাঁৱলৈকো।

স্বাধীনতাৰ লগে লগে গাঁৱত আৰু দুটা নতুন বস্তুৰ অৰ্বিভাৱ হ'ল। এটা মথাউৰি আনটো টুপী পিন্ধা নেতা। পণ্ডিতৰ সহায় লৈ শীতলীপুৰত তেওঁলোকে ভোট প্ৰচাৰৰ কাম আৰম্ভ কৰিলে। কাৰোবাক ককা, কাৰোবাক মাহীদেউ বুলি মাতি পিৰাত বহি তামোল-চালি খাই মানুহক মোহিত কৰিলে। আচৰিত হৈ ৰাইজে ভাবিলে, এয়া জানো কম সৌভাগ্যৰ কথা। এৰা, নিজৰ চৰকাৰ বাবেই আজি দেশনেতাসকল ৰাইজৰ সমান স্তৰলৈ নামি আহিছে। নেতাসকলে সভা পাতি গাওঁ উন্নয়ন, সমাজ আৰু ৰাইজৰ মান উন্নয়ন আৰু কৃষি পদ্ধতিৰ আমূল সুকীয়া ব্যৱস্থা ইত্যাদি ৰাইজে কাহানিও নুশুনা নানা ধৰণৰ শব্দ সংযোজিত দীঘল দীঘল বক্তৃতা দিলে। তাৰ পিছত এদিন ভোটৰ দিন আহিল, ৰাইজে তেওঁলোকৰ শিকনি মতে সকলোৱে এটা নিৰ্দিষ্ট ছাপত সমৰ্থন জনাই ভোট দিলে।

দিন বাগৰিল।

কিবা এটা নতুন পৰিবৰ্তনৰ আশাত বৈ থকা ৰাইজে এদিন অনুভৱ কৰিলে সঁচাকৈয়ে জীৱনলৈ পৰিবৰ্তন আহিছে। গাঁৱৰ মূৰেদি বন্ধা মথাউৰিটো ঠিকাদাৰে কলগছ, বালি আৰু মাটিৰে সাজিলে। নতুনকৈ অহা ডেকা অভাৰচিয়াৰে কাম চাই সন্তুষ্টি প্ৰকাশ কৰিলে। এসময়ত বাৰিষা আহিল আৰু মথাউৰি চিগি কাহানিও পানী নোহোৱা গাঁৱখন বানপানীয়ে বুৰাই পেলালে। ৰাইজে বাটত উটি-বুৰি ফুৰি ৰাজআলিত থিয় হৈ চৰকাৰে পঠিওৱা এমুঠি চাউলেৰে ভিক্ষালব্ধ জীৱন-যাপন কৰাৰ সুযোগ আৰু অভিজ্ঞতা লাভ কৰিলে।

এসময়ত বান গ'ল। তাৰ পিছত বেমাৰ আহি বানপীড়িত ৰাইজক চেপি বাকী থকা ৰসকণো নিঃশেষ কৰি লৈ গ'ল। কথাতে কয় 'কাৰো সৰ্বনাশ কাৰো পৌষমাহ।' ৰাইজ যেতিয়া নিজৰ দুৰ্ভাগ্যৰ চিন্তাত জৰ্জৰিত তেতিয়া লক্ষ্মীদেৱীৰ অকৃপণ আশীৰ্বাদেৰে চহকী হৈ উঠিল গাঁৱৰ যদুনাথ মহাজন। প্ৰয়োজন হ'লে ৰাইজক সুত লৈ টকা ধাৰলৈ দি সহায় কৰিলে যদুনাথে। আৰু এজন মানুহ আহিল। লেতেৰা গেঞ্জি আৰু চুৰিয়াৰে এদিন গাঁৱত বিৰাটমল নামৰ উত্তৰ প্ৰদেশৰ অধিবাসী এজনে সৰু দোকান এখন দিলে। লাহে লাহে সৰু দোকানৰ পৰা বাপ সলনি হৈ এখন ডাঙৰ গোলামাল আৰু মনোহাৰী বস্তুৰ দোকান গঢ়ি উঠিল। ৰাইজে সপ্তাহত এদিন ভাঁজত থকা বাগীবজাৰৰ পৰা বজাৰহাট

কৰি অনাৰ পৰিবৰ্তে গাঁৱতে বস্তুৰ যোগান পাই ভালেই পালে। তাতে মহাজনে দয়া কৰি উঠনা কৰাৰ ব্যৱস্থাও প্ৰচলন কৰিলে। অৱশ্যে উঠনাকৈ নিয়া বাকী পইচাৰ হিচাপ চক্ৰবৃদ্ধি আকাৰে মহাজনৰ বহীত বাঢ়ি বাঢ়ি কাৰো কাৰো ঘৰ-মাটি মহাজনৰ হাতলৈ যোৱাটো সাধাৰণ ঘটনাত পৰিণত হ'ল। গাঁৱৰ এমূৰে যদুনাথ মহাজন আৰু আনফালে বিৰাটমলৰ দোকানৰ চেহেৰাও যিমানে সলনি হ'ব ধৰিলে বাইজৰো সিমানে বুকুৰ কামিহাড়বোৰ লেতেৰা ফটা বনিয়নবোৰেৰে ঢাকিব নোৱাৰা হৈ আহিল।

অৱশ্যে যুধিষ্ঠিৰ পণ্ডিতৰ ভঁৰাল নাথাকিলেও আকালো ঘৰকৈ নাছিল। মাহেকৰ মূৰত পোৱা টকাকেইটা ঘৰত ছমাহ জোৰা ধান, ইয়াৰে সাতোটি ল'ৰা-ছোৱালীৰে কোনোমতে দিনবোৰ পাৰ কৰি দিছিল পণ্ডিতে। পণ্ডিতনীও পাকৈত গৃহিণী, ল'ৰা-ছোৱালীৰ জেওা মাৰি আজৰি সময়ত তাঁত-সুঁত বৈ কানি-কাপোৰৰ ভাঁজ মাৰিব পাৰিছিল। সেয়ে মাহেকত কাচিৎ দুই এটকা উঠনা হ'লেও পিছ মাহত পণ্ডিতে লগে লগেই পৰিশোধ কৰি পেলাইছিল।

দিনবোৰ কোনোমতে বাগৰি গৈছিল। অৱশ্যে দিনে দিনে বাঢ়ি অহা বস্তুৰ মূল্য বৃদ্ধিয়ে সাতোটি ল'ৰা-ছোৱালীৰে পণ্ডিতক বিপাণ্ডত পেলাইছিল।

পণ্ডিতৰ ডাঙৰজনী ছোৱালী সুশীলা। পাঠশালা পাছ কৰিলত মাকে আৰু তাইক স্কুললৈ নপঠিয়ালে। পণ্ডিতৰ মন আছিল যদিও অকাট্য যুক্তিৰে পণ্ডিতনীয়ে বুজালে, ছোৱালী মানুহ স্কুল-কলেজত পঢ়ি কি হাকিম-মুনচুফ হ'বগৈ? তাতোকৈ ঘৰতে থাকক, তাঁত-সুত শিকক, ঘৰৰ দুই-এখন বনবাৰী কৰিবলৈ শিকক তেতিয়াহে এঘৰলৈ উলিয়াই দিলে ঘৰ ধৰি খাব পাৰিব। গতিকে সুশীলাৰ আৰু স্কুললৈ যোৱা নহ'ল। তাতে টকা-পইচাৰো নাটনি। তলে তলে পণ্ডিতে ভাল ল'ৰা এটা পালে ছোৱালীজনী দিয়াৰ চেষ্টা এটাও চলাই থাকিল।

বাকী কেইটা ল'ৰা-ছোৱালীৰ ভিতৰত কণবাপু তৃতীয় শ্ৰেণীত। বাকীকেইটা কোনোটো দ্বিতীয়, প্ৰথম এনেদৰে। সৰু ল'ৰাটো পণ্ডিতৰ বৰ মৰমৰ। দুৰৈৰপৰা ভাগৰে-দুখৰে আহিও পণ্ডিতে তাক একোলা লৈহে জিৰায়। এঠাইলৈ গ'লেও তালৈ পণ্ডিতে কিবা নহয় কিবা এটা হাতৰ টিপত আনিবই। সিও বাপেক অহালৈকে দুৱাৰত ধৰি বৈ থাকে।

সিদিনা পণ্ডিত আহি বাটত সৰু ল'ৰাটোক নেদেখি মনটো ধপ্‌ কৰি উঠিল। ভিতৰলৈ গৈ দেখিলে মূৰে-গায়ে কাপোৰ লৈ সি শুই আছে আৰু মূৰ শিতানত বহি মাকে বিচি আছে। দুদিনলৈ চকুকে নেমেলিলে। নিৰুপায় পণ্ডিতে ডাক্তৰ আনিবলৈ বুলি যদুনাথ মহাজনৰপৰা এশ টকা লৈ দুশ টকা পোৱা বুলি লিখি দি সুঁতীয়াকৈ টকা ধাৰলৈ আনিলে। কেবাদিনৰ যমে-মানুহে টনাটনিত এসময়ত মানুহৰে জয় হ'ল। কণকণায়ে চকু মেলি চালে, ঘৰখনৰ মুখত এটা স্বস্তিৰ হাঁহি বিৰিঙি উঠিল।

অৱশেষে যমে ল'ৰা এৰি গ'ল সঁচা কিন্তু জীয়া যমৰ হাতত পৰি পণ্ডিতৰ লটিঘটিৰ সীমা নাথাকিল।

বিপদ অকলে নাহে। মাহেকত পোৱা দৰমহা কেইটাও অহাৰ সময়ৰ ঠিক নাই। কিন্তু এমাহ-দুমাহ কৈ তিনিমাহেও দৰমহা নাপাই পণ্ডিতে চকুৰে সৰিয়হ ফুল দেখিলে। বিৰাটমলৰ দোকানত ধাৰে পেনপেনীয়া হ'ল। যদুনাথ মহাজনেও টকা কেইটাৰ কাৰণে তাগিদা দিবলৈ আৰম্ভ কৰিলে। দৰমহা পালেই দিম বোলা কথাষাৰ কওঁতে বিৰাটমলৰ মুখত ফুটি উঠা পুতৌৰ হাঁহিটোৱে পণ্ডিতৰ ওখ মূৰটো দাঙিব নোৱাৰাকৈ তলমূৰ কৰি দিলে।

গাঁৱলৈ সপ্তাহত দুদিন পোষ্টমেন আহে আজিকালি। আগে নাহিছিলেই। মাহৰ মূৰত পণ্ডিতৰ দৰমহা কেইটা আনিছিল, নহ'লে বাহিৰৰ লগত যোগাযোগ নাছিল বুলিলেই হয়। আজিকালি দুই-চাৰিটা ল'ৰা লিখা-পঢ়া শিকি বাহিৰলৈ গৈছে। সিহঁতে চিঠি-পত্ৰ দিয়ে, মাজে মাজে টকা-শিকাও পঠিয়ায় ঘৰলৈ। বিৰাটমলৰ দোকানলৈ প্ৰায়ে চিঠি আহেই। তথাপিও অভ্যস্ত চকু দুটাৰে পোষ্টমেন অহা দিন দুটাত বাহিৰলৈ চাই কটাই দিয়ে পণ্ডিতে। চাইকেলৰ সামান্য টিলিং শব্দটোত উচপ খাই উঠে। হয়তো— হয়তো এখন মণিঅৰ্ডাৰ, দুমাহ বা তিনিমাহৰ দৰমহা— উঃ কিমান যে অসুবিধা হৈছে সেই কথা জানো বোৰ্ডে অকণমানো বুজা নাই। তিনিমাহ, চাৰিমাহ দৰমহা নাপালে মানুহে কি খাই জীয়াই থাকিব? বতাহ? যত সব।' পণ্ডিতে মুখতে কিবাকিবি ভোৰভোৰাই থাকে।

'মোৰ কিবা আছে নেকি?'

'নাই' — বাটৰ কাষত থিয় হৈ থকা পণ্ডিতৰ কাষেদিয়ে ভো-ভোৱাই চাইকেল চলাই পোষ্টমেনজন গুচি গ'ল। পণ্ডিতে অনুভৱ কৰিলে চাইকেলখন বাটেদি যোৱা নাই, গৈছে পণ্ডিতৰ বুকুৰ ওপৰেদি। আৰু সেই যন্ত্ৰণাত কলিজাৰ তেজবোৰ চিটিকি পৰিছে চাৰিওফালে।

'চাওকচোন মোৰ মণিঅৰ্ডাৰখন আহিছে নেকি?'

'আহিলেতো মই দিয়েই গ'লোহেঁতেন।' পণ্ডিতৰ উদাৰ দৃষ্টিটোৰ আগেদি পোষ্টমেনজন আঁতৰি গ'ল।

এৰা নাহিলেনো বেচেৰাই কি কৰিব।

আঙুলি মূৰত গণিলে পণ্ডিতে, এয়া চাৰিমাহ পাৰ হওঁ হওঁ। বহুত সময় একে ঠাইতে ৰৈ থাকিল যুধিষ্ঠিৰ পণ্ডিত। ক'লৈ যাব? মহাজনৰ ধাৰ-বিৰাটমলৰ দোকানৰ বাকী— ঘৰত ল'ৰা-ছোৱালীকেইটাৰ শুকান মুখ। এৰা স্কুলৰপৰা ঘৰলৈ যাবলৈ ভয়েই লাগে পণ্ডিতৰ। ঘৰলৈ গ'লে যে, ইটো নাই, সিটো নাই। ইফালে বিৰাটমলে সিদিনা সকলোৰে আগত চিঞৰি শুনাই দিছে— বাকী নিদিলে একো বস্তুকে উঠনাকৈ নিদিয়ে। আগতে কিনি থোৱা ধানকেইটা আছিল বুলি ইমান দিন চলিল। পৰহিৰপৰা তাৰো মুদা মৰিছে।

'দেউতা।' উচপ খাই পণ্ডিতে দেখিলে ভাবৰ সোঁতত উটি উটি তেওঁ ঘৰৰ দুৱাৰ মুখতে বৈ আছে। দুৱাৰমুখতে বৈ আছে তেওঁৰ আদৰৰ কৃষ্ণাই। নৰিয়াৰপৰা উঠা ল'ৰাটোৰ চকু-মুখত দুৰ্বলতাৰ ছাপ সুস্পষ্ট।

'দেউতা, মোলৈ কিবা আনিছ?'

'একো অনা নাই অ' সোণ—'

'ইঃ সদায় সদায় একো নাই। মোক কিবা এটা দে।' সি আকোৰগোজ।

'যা ইয়াৰপৰা, ভাত খাই পেট ভৰা নাই। যা'

অবাক হৈ বাপেকৰ মুখলৈ খন্তেক চাই ল'ৰাটো ফেঁকুৰি ফেঁকুৰি আঁতৰি গ'ল। পণ্ডিতে মন কৰিলে কেৰাজোৰা আগ্ৰহী চকু চাং কৰে আঁতৰি পৰিল।

বেঞ্চখনতে বহি পৰিল পণ্ডিত।

'দুটামান বাদাম নতুবা দুটামান লুজেন' অসহায় বেদনাটোৱে কলিজাটো মোহাৰি আনিছে। চকুৰ কোণ দুটা ধুতিৰ আগটোৱে মোহাৰি পেলালে পণ্ডিতে। দহটা পইচা হ'লেই হয়। কিন্তু কৃষ্ণায়ে কেনেকৈ জানিব আজি কিমান দিনৰপৰা দহোটা পইচাও তেওঁৰ পকেটত নাই। বিড়ি এটা খাবলৈও পণ্ডিতে দুমাহমানৰপৰা এৰি দিছে।

ছোৱালীজনীয়ে নিঃশব্দে আহি এঘটি পানী আৰু গামোচা এখন কাষতে থৈ গ'ল। চৈধ্য বছৰীয়া গাভৰু ছোৱালীজনীৰ মুখখন লেবেলি শুকোৱা ফুল পাহৰ দৰে শুকান। তেলৰ অভাৱত চুলিকোচা ৰঙা পৰি গৈছে। গাত লোৱা চাদৰখনো ফিটিকি ফটা।

উঠি যাবৰ মন নগ'ল পণ্ডিতৰ।

এবাটি ফিকা চাহ লৈ পণ্ডিতনী সোমাই আহিল। চাহবাটি দি কাষত থৈ থিয় দি থাকিল।

হয়তো কিবা এটা ক'ব। কি বাৰু— কিবা নাই হয়তো। অভাৱ-অভিযোগৰ বাহিৰে আজি ভালে দিন পণ্ডিতে আন একোৱেই শুনা নাই।

'পইচা পালে?'

পণ্ডিতে মূৰ জোকাৰিলে নেতিবাচকভাৱে।

'কি কৰিব ঘৰত চাউলৰ খুদ-কণ এটাও নাই।'

'কি কৰো কোৱা।' পণ্ডিতে অসহায়ভাৱে মূৰ জোকাৰিলে— 'মহাজনে উধাৰিক আৰু নিদিও বুলিছে।'

'আজি চাৰিমাহে দৰমহা নোপোৱাৰ কাৰণ কি। এনেকুৱা চাকৰি কৰাতকৈ নাখাই মৰাও ভাল। পণ্ডিতনীৰ মাতত উষ্মতা। 'এৰি দিয়ক চাকৰি, ল'ৰা-ছোৱালী লঘোণে ৰাখি চাকৰিৰ কথা নক'ব আৰু।

'মই চাকৰি এৰিলেও কাৰো লোকচান নহয় কপৰাপুৰ মাক।' পণ্ডিতে ক'ব খুজিছিল মই এৰি দিলে চাকৰি কৰা মানুহ আজিকালি ভেৰ ওলাব। মই মৰিলেও নতুন মানুহ এতিয়াই ওলাব— কিন্তু নক'লে। কথা বঢ়াই লাভ নাই।

কিবা এটা ভোৰভোৰাই পণ্ডিতনী ভিতৰ সোমালগৈ।

অলপ পিছতে পণ্ডিতনী ঘূৰি আহিল। হাতখন আগবঢ়াই দি ক'লে, এইটো লৈ যাওক বন্ধকত দি কিবা এটা কৰি চাউল দুটামান আনকগৈ। পণ্ডিতনীৰ মাতত যথেষ্ট সেমেকা।

হাতত সাপ এডাল পৰাৰ দৰে উচপ খাই উঠিল পণ্ডিত। এইডাল দেখোন জোনবিৰিডাল।

'কিন্তু এইডাল।'

'চাওঁক পুৱাৰেপৰা সিহঁতৰ পেটলৈ একোকে যোৱা নাই। বাছহঁতৰ শুকান মুখবোৰ কিমান চাম। একো নহয় দিন ভাল হ'লে কেতিয়াবা মোকোলাই আনিম।' লৰালৰিকৈ পণ্ডিতনী ভিতৰ সোমলগৈ। হয়তো ওলাই আহিব ধৰা চকুপানীখিনি গিৰীয়েকৰপৰা লুকুৱাবলৈকে।

লাহে লাহে পণ্ডিত ঘৰৰ বাজ ওলাল।

থৰক-বৰক খোজেৰে বিৰাটমলৰ দোকানলৈকে খোজ দিলে পণ্ডিতে। আকৌ এবাৰ জেপখন খেপিয়াই চালে। অনুভৱ হ'ল এইডাল এডাল যেন সাপহে, জোনবিৰি নহয়। আৰু এই সাপডালে ডিঙিত মেৰিয়াই ধৰি নিশ্বাসৰ গতি ৰোধ কৰি দিব পাৰে।

কিবা এটা ভয় ভয় লাগিল পণ্ডিতৰ।

এৰা প্ৰায় পোন্ধৰ বছৰেই হ'ল পণ্ডিতৰ বিয়াৰ। সেইদিনা ন-কইনা সাজি ৰংমতীয়ে এইধাৰ জোনবিৰিৰেই ৰূপৰ জেউতী চৰাইছিল। ৰঙা পোৱাল মণিৰে গঁথা বাখৰপতোৱা জোনবিৰিধাৰৰ ৰঙচুৱা চিকমিকনিয়ে তেজগোৰা ৰংমতীৰ মুখখন সেন্দুৰবুলীয়া কৰি তুলিছিল।

তাৰ পিছত এদিন বৰ যত্নেৰে বাকচত ভৰাই ৰংমতীয়ে সেইডাল থৈ দিছিল— অলৈ-তলৈ যাওঁতে পিন্ধিবলৈ বুলি।

সৌ সিদিনাখন সুশীলাৰ তোলনী বিয়াৰ সাদিনৰ দিনা তাইক এইধাৰকে পিন্ধাই আয়তীৰ মাজত বহাই থওঁতে দেখি পণ্ডিতৰ বুকুখন এটা অবুজ আনন্দ আৰু মৰমেৰে ভৰি পৰিছিল।

আৰু আজি এইধাৰকে এটা বিদেশী ব্যৱসায়ীৰ হাতত পণ্ডিতে তুলি দিবলৈ আহিছে এমুঠি চাউলৰ বাবে।

হঠাতে পিছফালৰপৰা অহা তীব্ৰ পোহৰত পণ্ডিত বাটৰ কাষলৈ আঁতৰি দিলে। সচৰাচৰ এইটো বাটেৰে মটৰ নাহেই। কোনবা আহিল, হয়তো নন্দলাল চৌধুৰী। কেএবাৰ দোকানলৈ আহিছে কিবা স্বাৰ্থ সিদ্ধিৰ বাবে। বিৰক্তিত পণ্ডিতৰ মনটো কোঁচ খাই গ'ল।

আজি তিনি বছৰ আগতে নন্দলাল চৌধুৰীয়ে এদিন এই গাঁৱৰ ঘৰে ঘৰে ঘূৰিছিল। পণ্ডিতক গাড়ীত বহুৱাই ঘৰলৈ লৈ গৈ খাতিৰ কৰিছিল। সেই কৌইলিন কিবে মিঠা মাত

চৌধুৰীৰ। গাঁৱৰ দুখত বিগলিত প্ৰাণ চৌধুৰীয়ে চকুপানী টুকি কৈছিল— 'মোক আপোনালোকে নিৰ্বাচিত কৰক; এই গাঁৱৰ প্ৰতিটি মানুহৰ স্বাৰ্থৰ বাবে মোৰ দেহৰ শেষটোপা তেজ মই দান কৰিম।'

মানুহৰ হৃদয় সহানুভূতিত বিগলিত হৈছিল। বন্ধুত্ব আৰু বিশ্বাসত আস্থা স্থাপন কৰিছিল যুধিষ্ঠিৰ পণ্ডিতে আৰু তাকে দেখি বাইজৰ সকলোৱে মাৰ বান্ধি নন্দলাল চৌধুৰীৰ হকে ভোট দি আহিছিল নিৰ্বাচনৰ এটা দিনত।

তাৰ পিছত দিনবোৰ পাৰ হৈছিল।

জয়যুক্ত চৌধুৰীয়ে সাপে মোট সলোৱাৰ দৰেই গাঁৱৰ বন্ধুত্ব, চিনাকি এইবোৰৰ মোটটো দলিয়াই দি শিলঙত উঠিছিল। বাইজ বানত উটি ফুৰিছিল। গৰু-ম'হ নৈৰে উটি গৈছিল।

অৱশ্যে চৌধুৰী এদিন আহিছিল ধুনীয়াকৈ সজোৱা নাৱত উঠি গাঁৱৰ মাজে মাজে ঘূৰি ডিঙিত ফুলৰ মালা পিন্ধি বাইজক সান্ত্বনা দিছিল, আৰু সাহায্যৰ প্ৰতিশ্ৰুতি দিছিল। সহায় আহিছিল বিৰাটমল কেঞাৰ দোকানত। কেই বস্তা চাউল আহিল আৰু কেই বস্তা বিলি কৰা হ'ল সেই কথা অৱশ্যে বাইজৰ অজ্ঞাতে থাকি গ'ল। চাউলৰ বাহিৰেও আৰু কিবাকিবি দিয়া বুলি শুনিছিল। কিন্তু বাইজৰ চৰ্মচক্ষুৱে সেইবোৰ দেখা নাপালে।

এতিয়াও কেতিয়াবা নন্দলাল চৌধুৰী আহে বাতি বাতি। বিৰাটমলৰ লগত কিবা আলোচনা বিলোচনা চলে। বাটেৰে অহা-যোৱা কৰা বাইজৰ মূৰত ধূলিৰ চিটিকনিৰ আশীৰ্বাদ পৰে।

কথাবোৰ পাগুলি পাগুলি পণ্ডিত বিৰাটমলৰ দোকানৰ কাষত থিয় হ'ল। বেৰখনৰ সিপাৰে লাইটৰ পোহৰ নপৰা ঠাইখিনিতে নন্দলাল চৌধুৰীৰ বিৰাট বপুটো সোৱা হাঁহিৰ ভমকত ক্ষিপ্ৰভাৱে উঠিছে নামিছে, অথচ পণ্ডিতে এদিন সঁচাকৈয়ে নন্দলাল চৌধুৰীক অন্তৰেৰে ভাল পাই পেলাইছিল। এখন সৰল-সহজ গাঁৱৰ মানুহে কেনেকৈ জানিব যে মূৰত গান্ধীটুপী পিন্ধা এই সমাজবাদী নেতাজন অকল নেতৃত্বতে নহয় অভিনয়তো অতি পাৰদৰ্শী।

ইলেকচনৰ পিছত এদিন নন্দলাল চৌধুৰীৰ ঘৰলৈ গৈছিল পণ্ডিত। ল'ৰা এটাৰ আগত খবৰটো দি বাহিৰতে বহিছিল। কিন্তু হঠাতে ভিতৰত স্পষ্টভাৱে চৌধুৰীয়ে কোৱা শুনিছিল কাৰোবাৰ আগত — 'বুইছেনে ভোটটো দিলে বুলিয়েনো মোক বাৰু ইহঁতে কিনি লোৱাৰ দৰে ভাবিছে নেকি? পুৱাবেলাৰ প্ৰত্যেকেই নিজৰ স্বাৰ্থসিদ্ধিৰ বাবে আহিলে মই বাৰু ক'ত মৰো।' চিটিকি ওলাই আহিছিল পণ্ডিত। ছিঃ ছিঃ, বি নন্দলাল চৌধুৰীয়ে....

সেই দিনাৰপৰা মুখামুখি হোৱা নাই পণ্ডিতে চৌধুৰীৰ লগত।

পণ্ডিতে ভুল বুজিছিল। ভুল বুজিছিল যুধিষ্ঠিৰ পণ্ডিতে।

নন্দলাল চৌধুৰীয়ে পণ্ডিতক শিখণ্ডী কৰি ৰাইজক ভীষ্মৰ শৰশয্যাত পেলাবলৈহে বিচাৰিছিল। এৰা, শৰশয্যা। এশ এবুৰি অভাৱ-অনাটনৰ শৰেৰে ৰাইজক আজি বান্ধি-ছাটি মৃত্যুৰ ক্ষণ গণি ৰ'বলৈ বাধ্য কৰাইছে।

হাঁহি হাঁহি বিৰাটমলৰ সতে চৌধুৰী ওলাই আহিল। পণ্ডিত অলপ কাটি হৈ দিলে। এক্ষাৰত কোনেও পণ্ডিতক মন নকৰিলে। ক্ষন্তেক পিছতে তীব্ৰ বেগে চৌধুৰীৰ গাড়ীয়ে চেকুৰ মাৰিলে।

ভিতৰলৈ সোমাই আহিল যুধিষ্ঠিৰ পণ্ডিত।

দোকানত মানুহ নায়েই। ৰাতিও ভালেমান হ'ল। বিৰাটমলৰ প্ৰফুল্ল মুখখন গোমোঠা হৈ উঠিল। 'ৰাম ৰাম পণ্ডিত বাবু। আপুনি আজি ইমান দিনে হামাৰ বাকীটু কিওঁ দিয়া নাই?' চকুৰ ইংগিতেৰে পণ্ডিতক বহিবলৈ কৈ বিৰাটমলে আৰম্ভ কৰিলে।

'বাকীটো নিশ্চয় দিম মহাজন।' পণ্ডিত অলপ ৰ'ল, 'মই দৰমহাটো পোৱা নাই বাবেহে দিব পৰা নাই।'

'আৰে দৰমহা।' ভেকাহি মাৰি উঠিল বিৰাটমল। 'কত দিনৰে পৰা চুনিছো দৰমহা নাই, দৰমহা নাই, তেনে চাকৰি কৰিছে কিয়?'

পণ্ডিতে একো নামাতিলে। বিৰাটমলে নুবুজে।

কোনেও নুবুজে। নহ'লে আজি চাৰিমাহে দৰমহা নিদি এদল হোজা মানুহক জীয়াতু ভুগিবলৈ দিয়াৰ কোনো যুক্তি ক'তো বিচাৰি পোৱা নাযায়।

'এটা কথা মহাজন বাবু—'

'হামি আগতে কৈছে বাকী দিব নোৱাৰো।' মহাজনে গোমোঠা মুখেৰে ক'লে।

'নহয়' লাহে লাহে জেপখনৰপৰা হাতখন উলিয়াই লাইটৰ পোহৰত মুঠিটো খুলি ধৰিলে পণ্ডিতে। পোহৰত জকমকাই উঠিল বাখৰপতোৱা জোনবিৰিধাৰ। চিকমিকাই উঠিল বিৰাটমলৰ চকু দুটা।

'বাঃ বঢ়িয়া চিজ আছে পণ্ডিতবাবু।' চিলাৰ দৰে চোঁ মাৰি বিৰাটমলে হাৰডাল তুলি ল'লে।

'এইডাল ৰাখি মোক টকা ৰাঠিটামান দিয়ক। টকা পালে মই লৈ যাম।'

মহাজনে অলপ চিন্তা কৰিলে। মূৰ দুপিয়াই পণ্ডিতৰ ফালে চাই ক'লে— 'হেইটো কেনেকে হ'ব পণ্ডিতবাবু। আপোনাৰ দোকানৰ বাকী বহুত আছে, হাৰডাল মই তাত মাৰি ল'লো।'

উচপ খাই উঠিল পণ্ডিত। 'নাই নাই সেয়া নহয় মহাজন বাবু মই আপোনাৰ বাকী পইচা পালেই মাৰি দিম। এতিয়া এইডাল বন্ধকত ৰাখি মোক টকা ৰাঠিটা মান দিয়ক। মোৰ ঘৰত এটাও চাউল নাই।'

বিৰাটমলে আৰু কিবা ভাবিলে। টকাটো মই নিদিম পণ্ডিত বাবু। 'লেকিন হেঁ, চাউল দশ কিলো লৈ যাব পাৰে,' তাৰ পিছত বস্তু দিয়া ল'ৰাটোলৈ চাই ক'লে— 'এই বাবুক দহ কিলো চাউল দি দে।'

বহুত বেলি কেৰজেৰ কৰাৰ পিছত একুৰি টকা আৰু দহ কিলো চাউল লৈ পণ্ডিত যেতিয়া ঘৰলৈ ওভটিল তেতিয়া দহটা বাজি যাওঁ যাওঁ হৈছে।

দিনটো সিহঁতে একো খোৱা নাই বুলিছে। এতিয়া চাগে কান্দি-কাটি শুব পায়। পণ্ডিতে খোজবোৰ বেগাই দিলে।

ৰাৰাণ্ডাৰ বেঞ্চখনতে টিমিক-টামাক পোহৰত কোনোবা এজন বহি আছিল। পণ্ডিতে সুধিলে 'কোন?'

'মই হে কোন কাহানিবেপৰা বহি আছো— যমদূত বহি থাকিলেও ইমানটো উচপ খাই নুঠিলহেঁতেন পণ্ডিত। যদুনাথ মহাজন বহি আছে।

এৰা, তোমাক বন্ধাপুৰাবেপৰা বাতি দুপৰলৈকে ঘৰত পাবলৈ নাই। সেই দেখি ভাবিছো আজি নাপালে নুঠো। ডুবি ডুবি আৰু কিমান পানী খাবা?' মহাজনে গেৰগেৰাই উঠিল।

বাপেকৰ মাত শুনি বাপুকণ ওলাই আহিছিল। চাউলৰ মোনাটো তাৰ হাতত দি পণ্ডিতে মূঢ়াটো টানি আনি বহিল। 'বৰ বিপদত পৰিছো যদু খুৰা, আজি চাৰিমাহে দৰমহাটোকে পোৱা নাই।'

'পিছে মই কি কৰিব লাগে।' উত্তৰটো মহাজনে যেন আগতে ভাবি থৈছিল। 'তোমাৰ বিপদ বুলি থাকিলেই মোৰ বিপদবোৰ আঁতৰি যাবনে? বোলো টকা দিব নোৱাৰা থাওক। সুতখিনিতো দিয়া। ময়োতো চলিব লাগে।'

দিম যদুখুৰা।'

'দিম নহয়, আজিয়েই, এতিয়াই দিয়া নহ'লে মই নেৰিছো।' যদুনাথৰ মাতত তিক্ততা যেন উফৰি পৰিছে।

দহটকীয়া নোট এখন উলিয়াই দিলে পণ্ডিতে জেপৰপৰা।

মেলা হাতখন কোঁচাই নিলে যদুনাথে, 'ৰাম ৰাম কি টকা দহটাহে, কমেও একুৰি দিয়া।'

মন্ত্ৰমুগ্ধৰ দৰে বাকী থকা টকা দহটাও আগবঢ়াই দিলে যদুনাথলৈ। হেঃ হেঃ কৈ নাকিসুৰে এটা হাঁহি মাৰি যদুনাথ উঠি এন্ধাৰৰ লগত মিলি গ'ল আৰু সেই শূন্য দৃষ্টিৰে চাই বহি থাকিল পণ্ডিত। কিমানপৰ আছিল পণ্ডিতে ক'ব নোৱাৰে, সুশীলাই আহি মাতিলে, 'দেউতা ভাত খাওকহি।'

ভাতৰ পাতত বহি দুটামান চুই মেলি উঠি আহিল পণ্ডিত। পণ্ডিতনীয়ে একো সোধা নাছিল। পণ্ডিতে নিজেই ক'লে। ক'লে কেনেকৈ একুৰি টকা আৰু দহ কিলো চাউলৰ

বিনিময়ত জোনবিৰিডাল বিৰাটমলে ৰাখি থলে। আৰু টকাকুৰি লৈ গ'ল যদুনাথ মহাজনে। ৰংমতীয়ে একো নামাতিলে। বোধকৰো ভিতৰি ভিতৰি কান্দিছিল, তলমুৰা হৈ শুদা ভাতকেইটা লিৰিকি থকা ঘৈণীয়েকৰ ফালে চাই নিজকে ধিক্কাৰ দি পণ্ডিতে বিছনাত পৰিলগৈ।

মাজৰাতি হঠাতে কৃষ্ণায়ে দেউতা খালে ঔ বুলি চিএৰ মাৰি পণ্ডিতৰ ডিঙিত সাবটি ধৰিলে। ৰংমতী লৰালৰিকৈ উঠি আহিল। চাকিটো জ্বলাই চালে, তাৰ চকু দুটা ঔৰ ফুল যেন ৰঙা। গাটো জুই যেন তপত। শেষ ৰাতি কৃষ্ণায়ে বিৰবিৰকৈ কিবা বলকিবলৈ ধৰিলে।

নিৰুপায় বেদনাত এঘৰ মানুহ নিৰ্বাক নিস্পন্দ কৃষ্ণাইৰ শিতানত জাগি ৰ'ল।

'দেউতা কি আনিছ' হাতখন মেলি কৃষ্ণায়ে আগবঢ়াই দিলে।

বুকুভৰা এটা কান্দোন ওলাই ডিঙিত বাজি ৰ'ল পণ্ডিতৰ। মুখেৰে কিবা ক'ব খুজিলে, মাত নোলায়। কৃষ্ণাইৰ আগবঢ়োৱা হাতখন বুকুৰ মাজত সাবটি লৈ পণ্ডিতে হুকহুকাই কান্দিবলৈ ধৰিলে।

ৰাতিটো ছটফটাই থাকি ৰাতিপুৱাৰ লগে লগে ক'ৰবাত নিয়তিয়ে মতা নিউ নিউ শব্দটোৰ সতে এটা অবুজ শিশুৰ আত্মা অজান দেশলৈ বন্ধনমুক্ত হৈ গুচি গ'ল।

মূৰ্চিত হৈ পৰা ৰংমতীৰ জ্ঞান যেতিয়া ঘূৰি আহিল তেতিয়া দুপৰীয়া এঘাৰটা বাজি গৈছে।

বগা কাপোৰ এখনেৰে ঢাকি থোৱা অকণমানি দেহাটো আলফুলে পণ্ডিতে সাবটি ধৰিলে। 'বল বাছা আমি যাওঁ। মনে মনে গাতটোৰ ভিতৰত লাহেকৈ নমাই দি পণ্ডিতে আলফুলকৈ কাপোৰখন জাপি দিলে। 'যা তই বাপ... বহুত দুখ দিলোঁ আৰু ময়ো তোৰ লগতে গৈছোঁ'। বিৰবিৰাই পণ্ডিতে ক'লে। তাৰ পিছত লাহে লাহে এচপৰা মাটিৰে গাতটো পূৰ্ণ হৈ গ'ল।

কোনেও টলকিব নোৱাৰাকৈ পণ্ডিত কেনিবা আঁতৰি গ'ল, কোনেও নেদেখিলে।

লাহে লাহে আন্ধাৰে পৃথিৱীখন ঢাকি ধৰিলে।

দুৱাৰমুখত বৈ ৰংমতী আৰু সুশীলাইহঁতে পণ্ডিত অহালৈ আকুল দৃষ্টিৰে চাই থাকোতে ৰাতি দুপৰ গঢ়ি গ'ল। লঘোণে-ভোকে ল'ৰা-ছোৱালীকেইটা বিছনাত পৰিল।

ৰংমতীয়ে চাকিটো জ্বলাই বহি থাকোতে কেতিয়াবা মজিয়াতে কাতি হৈ পৰি থাকিল।

বহুৰাতি পণ্ডিত ঘৰলৈ আহিল। খোলা দুৱাৰেদি সোমাই ল'ৰা-ছোৱালীকেইটালৈ চালে। ৰংমতীয়ে দুখ-ভাগৱত অকণমান টোপনিৰ কোলাত জিৰণি লৈছে। মজিয়াতে পণ্ডিত আঁঠুকাঢ়ি বহিল। অস্পষ্টভাৱে ক'লে,— 'তহঁতে আজিৰ এই পলৰীয়া বাপেৰক ক্ষমা কৰিবিহঁক। মই তহঁতক একো দিব নোৱাৰিলোঁ। ভগৱানে তহঁতৰ মঙ্গল কৰক।'

লাহে লাহে পণ্ডিত থিয় হ'ল। আকৌ এবাৰ চাৰিওফালে চাই সন্তৰ্পণে ঘৰৰ বাহিৰ ওলাই আন্ধাৰৰ সতে মিলি গ'ল।

খেপিয়াই খেপিয়াই কেঁচা মাটিখিনিত এবাৰ মূৰটো থৈ পণ্ডিতে শেষবাৰৰ বাবে কান্দি ল'লে। শেষ নিশাৰ অস্পষ্ট জোনৰ পোহৰত পণ্ডিতে যেন দেখিলে মাটিৰ তলত শুই থকা কৃষ্ণাই সাৰ পাই উঠিছে, হাঁহিছে হাত বাউল দি আহ্বানলে মাতিছে।

পণ্ডিতে মাটিখিনি আকৌ এবাৰ চুই চালে। কৃষ্ণাইৰ দেহাৰ উমটো যেন এতিয়াও লাগি আছে মাটিখিনিত।

কাষত থকা সোণাৰুজোপা জোনৰ পোহৰত স্পষ্ট হৈ উঠিছে। লাহে লাহে পণ্ডিত সোণাৰুজোপাত উঠি গ'ল। ডালটোত ধুতিখন আগতে বান্ধি ল'লে। তাৰ পিছত তিনিটো খোবোচা গাঁঠিটোত সুমুৱাই দি ওলমি পৰিল।

শেষ দৃষ্টিৰে দেখিলে কৃষ্ণাই— সৌৱা কৃষ্ণাই, হাঁহি হাঁহি মাতি আছে। মৃত্যু যন্ত্ৰণাত ছটফটাই পণ্ডিতে মূৰ দুপিয়ালে— 'গৈছো সোণ।'

ৰাতিপুৱা বাহিৰ ফুৰিবলৈ যোৱা কোনোবা এটাই দেখি কথাটো গাঁৱত ৰাষ্ট্ৰ কৰি দিলেহি। ক্ৰমে ক্ৰমে মানুহ গোট খালে। উঃ আঃ কৰি সহানুভূতি প্ৰকাশ কৰিলে। পণ্ডিতৰ গুণৰ কথা স্মৰণ কৰি আজিৰ যুগৰ অভাৱ-অভিযোগৰ কথা উল্লেখ কৰি দুই-একে গৰম বক্তৃতা দিলে।

ঔ ফুল যেন ৰঙা চকুৰে নিৰ্বাক-নিস্পন্দ হৈ থকা ৰংমতীক বহুতে সান্ত্বনা দিবলৈ চেষ্টা কৰিলে।

ৰংমতীয়ে নাকান্দিলে। কেৱল বোবাৰ দৰে সোণাৰুৰ ডালত ওলমি থকা গিৰীয়েকৰ নিৰ্জীৱ দেহটোলৈ চাই ৰ'ল।

কোনোবাই খবৰ দিয়া মতে পুলিচ আহিল। শটো নমালে আৰু মৰণোত্তৰ পৰীক্ষাৰ বাবে জিলালৈ পঠিয়াবলৈ লৈ গ'ল।

দুপৰীয়া টিলিং টিলিংকৈ বেল বজাই খাকী পোছাক পিন্ধা পোষ্টমেনজন পণ্ডিতৰ ঘৰৰ সন্মুখত ৰ'ল।

'যুধিষ্ঠিৰ কাকতি ঘৰত আছে?'

ৰংমতী ওলাই আহিছিল।

ৰংমতীয়ে মুখেৰে মাতিৰ নোৱাৰিলে। মূৰ জোকাৰি জনালে পণ্ডিত নাই। পোষ্টমেন অহা দেখি ওচৰৰ দুজন ল'ৰা আগবাঢ়ি আহিল। সুধিলে কিয় পণ্ডিতক লাগে।

'তেখেতৰ নামত দুশ আশী টকাৰ এখন মানি অৰ্ডাৰ আছে।

ল'ৰা দুজনে ঘটনাটো বৰ্ণালে। পোষ্টমেনজন অলপপৰ থিয় দি থাকি তাৰ পিছত মানি অৰ্ডাৰ ফৰ্মখন হাতত লৈ ৰঙা চিয়াহীৰে লিখিলে, 'Payee died and returned to sender'. □

# মলঙা বিহু

নিজৰ ল'ৰা-ছোৱালী আনতকৈ পঢ়া-শুনাত আগবঢ়া হওক এনে হাবিয়াস সকলো পিতৃ-মাতৃৰে থাকেই। ধেনুধৰা প্ৰাথমিক স্কুলৰ পণ্ডিত দধীৰামৰ বৰঞ্চ অকণমান বেছিকৈয়ে আছিল। পণ্ডিতালি কৰাৰ পিছত আজৰি সময়খিনি অবাবত নষ্ট নকৰি পথাৰত হাল বোৱাৰেপৰা বাৰীত ৰবি শস্য কৰি অলপ আমদানি বঢ়াই ল'ৰাকেইটাক পঢ়া-শুনা টিউচনৰ সুবিধা কৰি দিলে। মাক ৰংমলাও কাজি তিৰোতা, তাতে-সুতে বোৱাই-তোলাই তেৰোঁ সংসাৰৰ জোৰা মাৰি পুতেকহঁতক পঢ়ুওৱাৰ খৰচ জোগাৰত লাগিল। অৱশ্যে ৰংমলাৰ চিন্তাধাৰা অলপ বেলেগ আছিল; ল'ৰা মানুহ অকল কিতাপতে মূৰ গুজি থকাৰ দৰকাৰ কি? বাপেকৰ লগত ঘৰে-পথাৰে দুখন হাতো লাগক, ল'ৰা-সুৰিৰ লগত খেল-ধেমালী কৰি গাঁৱখনৰ এটা হৈ থাকক। কিন্তু দধিৰামৰ কথাৰ সুৰ ওলোটা— 'হেৰৌ মোৰ ল'ৰাই হাল-কোৰ বাবলৈ দৰকাৰ নাই, মই আছো নহয়। সিহঁত ডাঙৰ মানুহ হওক, এই ধদুৰামখাৰ লগত লগ হৈ মই সিহঁতক অবাটে যাব দিব নোৱাৰো নহয়।'

সঁচাকৈয়ে ভাগ্য কৰি আহিছিল দধিৰাম ৰংমলাই। বৰপুত্ৰ অভিৰামে অঞ্চলটোৰে নাম ৰাখি প্ৰৱেশিকাৰ দেওনা পাৰ হ'ল। স্কুল, ৰাজহুৱা অনুষ্ঠানৰপৰা অভ্যৰ্থনাৰ সোঁত বলিল; দধিৰাম ৰংমলাৰ মুখৰ হাঁহি জাপ নোযোৱা হ'ল। ৰাইজৰ আশীৰ্বাদ শিৰত লৈ সি কটনলৈ পঢ়িবলৈ গ'ল। তাৰ টকাৰ যোগান ধৰোতেহে দধিৰামৰ অলপ অসুবিধা হোৱা যেন লাগিল। মাষ্টৰীৰ পইচাকেইটা পাওতে কেইমাহ পাৰ হয় ঠিকনা নাই। সৰুপুত্ৰ অংগদ একাচি চৰা। সি চাৰিটা বিভাগত লেটাৰ পাই ত্ৰয়োদশ স্থান অধিকাৰ কৰিলে। আকৌ অভ্যৰ্থনা উৰু আদৰণিৰে দধীৰামৰ ডিঙিত গামোচাৰ বৰ্ষণ হ'ল আৰু অংগদে বাপেকৰ কুঁজা হোৱা পিঠিখন আৰু অলপ কুঁজা কৰি কটনতে এডমিশ্যন ল'লেগৈ। ৰংমলাৰ তাতৰ মাকোৰ গতি বেছি খৰ হ'ল। গামোচা কাপোৰ বেচি, দধীৰামৰ মুখৰপৰা গাখীৰকণ কাঢ়ি দুপইচাৰ আশাত আনক দি অকালতে বয়সীয়া যেন লগা হ'ল। বৰত সিহঁতকেইটা ঘৰত আহিলে সিহঁতৰ টাউনীয়া খোৱাহে জুতি লগা হ'ল। মাকে যতনাই দিয়া পিঠাকেইখন খাবলৈ মন নকৰা দেখি দধীৰামে দোকানৰপৰা বিস্কুটকে কিনি আনিলে। লাহে লাহে পঢ়াৰ হেঁচাত সিহঁতৰ অহাটো যিমানে পাতলিল সিমানে দধীৰাম ৰংমলাৰ ওপৰতো প্ৰয়োজনীয় টকা গোটোৱাৰ দায়িত্বটো গধুৰ হৈ আহিবলৈ ধৰিলে। ৰংমলাই মাজে মাজে কৈছিল— হ'ব দিয়া, আৰুনো কিমান পঢ়িব লাগিছে; এটাক আনি অন্তত চাকৰি এটাকে সুমুৱাই নিদিলে গোৰে-লোৰে ভল যাব এতিয়া। দধীৰামে একো নামাতিলে, বৰ ল'ৰাই কিবা কমাৰ্চৰ ফাইনেল দিব আৰু অংগদৰো ইঞ্জিনিয়াৰিং ফাইনেললৈ মাত্ৰ ডেৰ বছৰ মান আছে। অ'তবোৰ দিন গ'ল— এইকেইটা দিন নাযাবনে?

দুয়োৰে চাকৰি দুটা হওক। দধীৰামৰ সুখ দেখি মানুহ ঈৰ্ষাতে জ্বলিব। ৰংমলাক তাত-সুত দূৰৰ কথা বান্ধনী চকলৈকো নপঠায়। চাকৰি হ'লেই বোৱাৰী আনিবই; তাইৰ হাতত চকটো দি ৰংমলাই নামে কীৰ্তনে যতে যাওক, নাতি-নাতিনীৰ মুখ চাই ভেম জুৰি থাকক কোনো আপত্তি নাই।

খবৰটো প্ৰথমে অহকাণে-পহকাণে শুনিছিল দধীৰামে। গুৱাহাটীৰ নামজ্বলা ধনী ব্যৱসায়ী তাৰক বৰুৱাই হেনো জীয়েকৰ সৈতে অভিৰামৰ বিয়া ঠিক কৰি দুয়োকো দিল্লীলৈ পঠাবলৈ যো-জা কৰিছে। পুতেকলৈ চিঠি লিখিছিল দধীৰামে, খবৰটোৰ সঁচা-মিছা বিচাৰি। উত্তৰত যি আহিল তাৰ বাবে প্ৰস্তুত নাছিল পণ্ডিত। অভিৰামে লিখিলে কথাটো সঁচা। তেওঁলোক ইমান উচ্চ অভিজাত পৰিয়ালৰ যে গাঁৱৰ পৰা বিয়া পতাৰ প্ৰশ্নই নুঠে। ইতিমধ্যে দিল্লীত তাৰ চাকৰি খাতাং হৈছে, সোনকালে জইন কৰিবও লাগে। গতিকে বিয়াখন অহা সপ্তাহতে ঠিক কৰা হ'ল। এতিয়া কইনা নিব পৰা নহ'ব। বিয়তে কইনা লৈ গাঁৱলৈ আহিব।

কোনেও কাকো নোকোৱাকৈ দুয়ো নিৰৱে চকুলো টুকিছিল পিনিমা। 'লোকৰ ল'ৰাই বিয়া কৰাই ঘৰলৈ বোৱাৰী আনে, আমাৰ ল'ৰাক লোকৰ বুকুলৈ উলিয়াই দিলো।' দধীৰামৰ বুকু ভাঙি হুমুনিয়াহ এটা ওলাই আহিল।

দুবছৰত দুটা বিহু গ'ল। অভিৰামে গাঁৱলৈ অহাৰ সময় নাপালে, আৰু দুটা বছৰ বাপেকৰ কংকাল বেঁকা কৰি অংগদে সুখ্যাতিৰে ইঞ্জিনিয়াৰিং পাছ কৰিলে আৰু একেকোবে মুম্বাইত চাকৰি লৈ এবছৰৰ পিছত আমেৰিকা পালেগৈ। ডাঙৰ মানুহ হোৱাৰ প্ৰচণ্ড প্ৰতিযোগিতাত সি মাক-বাপেকৰ ওচৰলৈ এবাৰ ক্ষন্তেকৰ বাবে অহাৰ কাৰণে সময় উলিয়াব নোৱাৰিলে।

বহুদিনৰ মূৰত অভিৰামৰ চিঠিখনে দধীৰামহঁতৰ শুকান জীৱনলৈ যেন এজাক শীতল বৰষুণ নমাই আনিছিল। বিহুৰ আগদিনা অভিৰাম গাঁৱলৈ আহিব লগতে বোৱাৰীও। ভিৰমিত হৈ পৰিব ধৰা তেজৰ সোঁতটো দুয়োৰে ধমনীৰে যেন অলপ খৰতকীয়াকৈ ববলৈ ধৰিলে।

বৰা চাউল, গুৰ, তিল, নাৰিকল গোট খুৱাই ৰংমলাই পিঠা বিধে বিধে সাজি উলিয়ালে। ঘৰৰে বাঙলীজনীৰ গাখীৰ এসেৰমান ওলায়, মানুহৰ তাত নেবেচি অৰে দৈৰ যোগাৰ হ'ল। তাঁতত থকা গামোচা দুখনমানত ভমকা ফুলীয়া ফুল দুটামান বাচি উলিয়ালে। বোৱাৰীক দিম বুলি সাঁচি থোৱা বৰ্ণালী পাটৰ মেখেলা-চাদৰ দুযোৰ পেৰাৰ পৰা উলিয়াই ৰ'দাই থলে। টাউনীয়া মানুহে ঘিণ কৰিব বুলি বিছনা চাদৰ, গাৰু ভাগে ভাগে ধুই-পখালি থ'লে। দধীৰামৰ কিচিকিচ খোজা চুৰীয়া-চাদৰযোৰ সাৱধানে ধুই জালি থলে। দধীৰামেও পদূলীৰ ফুলেকে বাটৰ বন চিকুণাই ফু মাৰি ভাত খাব পৰা কৰি থলে। হাজাৰ হওক বোৱাৰী আহিব।

গৰু বিহুৰ পুৱাই মাহ-হালধি লৈ বাটিত লাউ, বেঙেনা ভৰাই দধীৰাম গৰু নোৱাবলৈ যোৱাৰ লগতে ৰংমলাই গোহালিৰ পৰা চোতাললৈকে গোবৰ মাটিৰে লিপি চিকচিকিয়া কৰি তুলিলে। বাটৰ পৰা চকুটো ঘূৰি আহিব নোখোজা হ'ল, এই ইহঁত পাইছিয়ে যেন লাগি থাকে।

দধীৰাম গৰু ধুৱাই পথাৰত চৰিবলৈ এৰি দি একেবাৰে গা-পা ধুই ঘৰ ওলালহি খৰখেদাকৈ। ইহঁতে আহি নেদেখিলে কিনো ভাবিব?

ইতিমধ্যে ৰংমলাইও গা-পা ধুই নিকা সাজ এযোৰ পিন্ধিছিল। মুখত এটা মিঠা হাঁহি।

হঠাতে পোষ্ট অফিচৰ পিয়ন ঘটবৰক অহা দেখি সিহঁত আচৰিত হ'ল। 'চিঠিখন আজিয়েই দিবলৈ আহিলো ছাৰ— আজি খোলা, কাইলৈৰপৰা দুদিন বন্ধ।' চিঠি এখন আগুৱাই দি ঘটবৰে ক'লে।

ঘটবৰক চাহ-পিঠা দিবলৈ কৈ দধীৰামে চিঠিখন ল'লে। আখৰকেইটা অভিৰামৰ। অজান ভয় এটাত হাতখন কঁপি উঠিল তেওঁৰ। চিঠিখন ফালি চকু ফুৰাই তেওঁৰ মুখ কেহেৰাজ এটা যেন হ'ল। ইতিমধ্যে ৰংমলাও ওলাই আহি কাঁহৰ থালখন থৈছিল। পণ্ডিতৰ অৱস্থা দেখি দুয়ো ধৰাধৰিকৈ বিছনাতে শুৱাই দি মূৰত তেল পানী দিলে। অলপ পিছতহে দধীৰামে চকু দুটা মেলি চালে। দুয়ো গালে ধাৰাসাৰে পানী ওলাই থাকিল।

চিঠিখন পঢ়ি সাৰাংশটো ঘটবৰে ক'লে ৰংমলাক। নতুন কোম্পানী এটাত চাকৰি লৈ সি ডুবাইলৈ গৈ আছে; গতিকে বিহুত অহা নহ'ল। ফোনত নতুন খবৰ এটা পাইছে অংগদৰ পৰা। সি আমেৰিকাৰে 'চিটিজেনশ্বিপ' লোৱাৰ সিদ্ধান্ত কৰিছে। সম্ভৱত সোনকালেই তাৰ আমেৰিকান ছোৱালী এজনীৰ সৈতে বিয়া হ'ব।

বহুত সময়লৈকে কাঠৰ মূঢ়াৰ দৰে ৰংমলা বহি ৰ'ল। তাৰ পিছত একেচাবে উঠি বাটি এটাত গোবৰ পানী লৈ মজিয়া আৰু চোতালত চটিয়াই দিলে। চোতালত থকা কলহৰ পানীৰে গাটো তিয়াই ল'লে তাৰ পিছত পাকঘৰত সোমাই জলপান সজালে। দুয়োফালে কাঁহীত যতন কৰি বনাই থোৱা পিঠাবোৰ সজাই দি বটাটোত গামোচা আৰু তামোল-পাণ এযোৰ থৈ দধীৰামক মাতিলে— 'জলপান সজাইছো আহক।' ৰংমলাৰ মাতত এটা দৃঢ়তা আছিল, সেয়ে অৱশেষত একোকে নাখাও বুলি ভৰা দধীৰামো উঠি আহিবলৈ বাধ্য হ'ল। মুখ-হাত ধুই জলপানৰ পাতত বহা দধিৰামলৈ বটাটো আগবঢ়াই দি ৰংমলাই সেৱা এটা জনালে। তাৰ পিছত নিজৰো জলপানৰ বাটিটো সজাই আনি কাষতে পীৰাখন লৈ বহিল।

তেতিয়াও জলপানৰ বাটিলৈ হাত নিনিয়া দধীৰামৰ ফালে চাই ৰংমলাই টান মাতেৰে ক'লে— 'এইদৰে নাখাই নবৈ দেহাক কষ্ট দিলে আপোনাৰ দুটা ল'ৰা নাই যে আওথেও ভাঙি খুৱাই দিবহি। নিজৰ যত্ন নিজেই ল'ব লাগিব, বুজিছে খাওক।'

দধীৰামে ৰংমলালৈ চালে। সন্তানক জান-জীৱন কৰিবলৈ সংসাৰৰ দায়িত্ব পালন কৰোতে মানুহজনী অকালতে যেন বুঢ়া হৈ গ'ল। 'এৰা অ' আমিয়ে আমাক চাব লাগিব। মই জীয়াই থাকো মানে তোক চাম, তইয়ো মোক চাবি। পিছৰখিনি নেদেখাজনৰ ওপৰত। কত মানুহ ল'ৰা-ছোৱালী নোহোৱাকৈ নাথাকে জানো? আমিও তেনেকৈ থাকিম দে। খা খা জলপান খা।'

খাবলৈ জলপান গৰাহ লওঁতে ৰংমলাৰ উচুপনি এটা ওলাই আহিল। উচুপনিটো ক্ৰমে কান্দোনলৈ পৰিণত হ'ল। আঁঠু দুটাত মূৰ গুজি দধীৰামেও হুওঁহুওঁকৈ কান্দিবলৈ ধৰিলে। □

# প্ৰতিঘাত

অফিচখনত সোমায়েই বিশেষ কিবা এটা পৰিবৰ্তন হোৱা যেন অনুভৱ হ'ল প্ৰশান্ত দত্তৰ। একেটা কামৰ বাবে তেওঁ এইখন অফিচলৈ আগতেও কেবাবেলিও আহিছে, কিন্তু নাই নে নাই কিবা এটা কথা সুধি ভালদৰে আতিগুড়ি ল'বৰ উপায়ো নাই। ইফালে সিফালে মানুহৰ জুম, কাৰ কি প্ৰয়োজন বুজা নাযায়, তাৰে মাজতে ঘূৰি ফুৰিছে লেনৰ দৰে দালাল শ্ৰেণীৰ মানুহ। টেবুলত ফাইলৰ দম, বেছিভাগতে কৰ্মচাৰী নাই। যদিবা আছেও তেওঁ আনৰ লগত কথা-বতৰাত ব্যস্ত। কিবা সুধিলে উত্তৰ দিয়াৰ ইচ্ছা বা প্ৰয়োজন বোধ বেছিভাগৰে নাই বৰঞ্চ বিৰক্তিৰে দিয়া জবাবটোৰ পিছত কিবা সুধিলেও অপদস্ত হোৱাৰহে সম্ভাৱনা। শেষ চেষ্টা কৰো বুলিয়েই আজি আহিছিল প্ৰশান্ত দত্ত। অফিচখনত সোমায়েই যেন তেওঁৰ মনটো ভাল লাগি গ'ল। প্ৰথম কোঠালীটোৰ সন্মুখত এখন সুসজ্জিত টেবুলত টেলিফোন আৰু ৰেজিষ্টাৰ্ড বহীৰে সৈতে পৰিপাটি চেহেৰাৰ ডেকা ল'ৰাৰ সন্মুখত লিখা আছে বিশ্যেপচন। কোঠালীটোত শাৰী শাৰীকৈ সজাই থোৱা চকীত তিনিজন পুৰুষ আৰু এগৰাকী পৌঢ়া মহিলা। দত্তই টেবুলখনৰ কাষলৈ আগবাঢ়ি গৈ তেওঁৰ কামটোৰ বিষয়ে সোধাত তেখেতে ভালদৰে কথা শুনি টেলিফোনটো ডাঙি কাৰোবাৰ সতে কথা পাতিলে আৰু ক'লে যে সেইটো বিষয়ৰ ফাইলৰ কাম হৈ গৈছে আৰু মেডামৰ টেবুললৈ চহীৰ বাবে গৈছে। তেওঁ ক'লে যে নাম আৰু প্ৰয়োজনটো লিখি দিলে তেওঁ সেইটো মেডামৰ তালৈ পঠাই দিব। অৱশ্যে তিনি বজাকপৰা তেখেতৰ এখন জৰুৰী মিটিং আছে গতিকে তাৰে আগতে তেওঁ মাতিব নে নাই সেয়া সময়ৰ ওপৰতহে নিৰ্ভৰ কৰিব।' ঘড়ীটোলৈ চাই প্ৰশান্তই দেখিলে দুটা বাজিবলৈ পোন্ধৰ মিনিট আছে। লৰালৰিকৈ নাম আৰু পূৰ্বৰ বেকাবেলৰ সৈতে লিখি দিয়াত কলিং বেল টিপি কৰ্মচাৰীজনে পিয়নৰ হাতত কাগজখন পঠিয়াই দি ক'লে, 'আপুনি অলপ বহক'।

বহি থকা মানুহ কেইজনৰ লগতে দত্তও এখন চকীত বহিল। কামটো হওক বা নহওক কিনো যাদুকৰী মন্ত্ৰৰে অফিচটো এনে সলনি হ'ল তাকে ভাবি তেওঁ অবাক হ'ল। বহি থকা কেইজনৰ মাজতো অফিচৰ এই পৰিবৰ্তনটোৰ বিষয়ে আলোচনা চলি আছিল। কথাত অংশ গ্ৰহণ কৰি তেওঁ গম পালে যে ছমাহমান আগতে অফিচৰ মুৰব্বী হিচাপে জইন কৰা মহিলাগৰাকী ইমানেই দক্ষ প্ৰশাসক যে কেইমাহমানৰ ভিতৰতে অফিচৰ সম্পূৰ্ণ চৰিত্ৰটোৱেই সলনি কৰি পেলাইছে। এতিয়া কোনো এটা কামৰ কাৰণে তাঁত বাটি কৰা বা দালালৰ জৰিয়তে ধনৰ ভেটিৰে কাম আদায় কৰাৰ কোনো উপায় নাই।

কর্মচাৰীসকল দহটাৰ লগে লগে উপস্থিত হৈ পাঁচটাত ওলাব পাৰিব, মাজতে আধাঘণ্টা টিফিনৰ ছুটী। প্ৰত্যেকেই দৈনিক কামৰ হিচাপ দাখিল কৰিব লাগিব। প্ৰথম প্ৰথম তেওঁ বহুত ভাবুকিৰ সন্মুখীন হৈছিল যদিও অৱশেষত তেওঁৰ ব্যক্তিত্ব আৰু দৃঢ়তাৰ আগত সকলো সৈমান হৈ গ'ল। প্ৰত্যেকখন টেবুলত হোৱা কামৰ হিচাপ কল্যানী ডেকা ফুকনৰ যেন নখদৰ্পনত। কোনেও তেওঁৰ আগত তুৰিমুৰি কৰাৰ সাহস নাই।

'কল্যানী ডেকা ফুকন'— হঠাতে নামটোৱে যেন মনৰ মাজত জোকাৰণি এটা তুলি গ'ল দত্তৰ। বহু বছৰৰ আগৰ কথা। তাহানি দেউতাকৰ চাকৰি সংক্ৰান্তত ৰেলৱে কলনীত থকা দিনৰ কথা। দুঘৰমান আঁতৰত থকা ডেকাৰ ফেমিলিটোৰ লগত মাক-দেউতাকৰ সতে ল'ৰা ছোৱালীকেইটাৰো এৰাব নোৱৰা সম্বন্ধ। কল্যানী সিহঁতৰ ঘৰৰে ডাঙৰ ছোৱালী। ছোৱালী নোহোৱা ঘৰখনত তাই প্ৰশান্তৰ মাকৰ কনাৰ লাখুটি। কল্যানীৰা বুলিলে বৰ্ণ্টুহঁতো পাগল। কলীমলি দেখাত বৰ ভাল নোহোৱা সেই ছোৱালীজনীক যে মাকে কিয় ইমান ভাল পাইছিল প্ৰশান্তই বুজি নাপাইছিল। বোধকৰো তাইৰ কাম-বনত পাৰ্গতালি আৰু সুন্দৰ ব্যৱহাৰৰ বাবে। প্ৰশান্ত তেতিয়া বি এচ চি পাছ কৰি নতুনকৈ ই এন ডি বিভাগত চাকৰিত সোমাইছে। এবাৰ ঘৰলৈ আহোতে মাকে কথাটো উলিয়াইছিল। মাকৰ বৰ মন কল্যানীকে তালৈ বোৱাৰী কৰি আনে। অৱশ্যে এতিয়াই নহয়, তাই মেট্ৰিকটো পাছ কৰি উঠক তেতিয়া। সি কথাটো মানি ল'লেই হ'ল। মাকৰ কথাত সুদৰ্শন প্ৰশান্তই হাঁহিত বৰ পৰা নাছিল। মাকৰো যে কথা, কল্যাণীৰ দৰে ক্ষীণ-মীন কলী ছোৱালীজনীকনো মাকে কি বুলি তালৈ অনাৰ কথা ভাবিছে? তাইতকৈ আৰু দেখনিয়াৰ ভাল ছোৱালী তাৰ বাবে নহ'ব নেকি? তাৰ কথা শুনি মাকৰ মুখখন ক'লা পৰি গৈছিল— 'ৰূপে কি কৰে গুণেহে সংসাৰ তৰে বুজিছ। কল্যানীতকৈ শতগুণে ধুনীয়া ছোৱালী তই নোপোৱাকৈ নাথাক। কিন্তু এইজনী ছোৱালীয়ে তোৰ জীৱনটো সুখেৰে ভৰাই তুলিলেহেঁতেন।' ৰূপ আৰু যৌৱনৰ দৰ্পত প্ৰশান্তই মাকৰ কথাষাৰ কাণত তোলাৰ প্ৰয়োজন বোধ কৰা নাছিল। তাৰ পিছত নগাৱত থাকোতেই অফিচৰ বচ মনোৰঞ্জন শইকীয়াৰ ৰূপৱতী কন্যা মামনীৰ প্ৰেমত পৰি বিয়া পাতি পেলালে। প্ৰথম প্ৰথম প্ৰেমৰ মুগ্ধতাত সুখেৰে সময় বাগৰি গ'ল যদিও ঘৰৰ কামৰ প্ৰতি মামনীৰ অনিচ্ছা, তাৰ পৰিয়ালৰ প্ৰতি অনিহা ইত্যাদিৰ বাবে সি মুখেৰে একো নক'লেও মনত কষ্ট অনুভৱ কৰিবলৈ ধৰিলে। কেতিয়াবা নিৰল মুহূৰ্তত মাকে কোৱা কথাখিনিয়ে যেন আমনি কৰি গৈছিল। এবা মামনী নহৈ কল্যানী তাৰ জীৱনলৈ অহাহেঁতেন ঘৰত দামী চেন্টৰ সলনি ধূপৰ সুবাস বিয়পি থাকিলেহেঁতেন।

ফাইলকেইটাত চহী কৰি অটাই টেবুলত থৈ স্লিপ কেইখন হাতত ল'লে কল্যানীয়ে। চাৰিটা বজাৰপৰা জৰুৰী মিটিং এখন আছে। এখন এখনকৈ স্লিপ চাই ব্যক্তি আৰু প্ৰয়োজনৰ ওপৰত সমীক্ষা একোটা লিখি সোনকালেই এদিন মাতি চাবিখন স্লিপ ঘূৰাই দিবলৈ দিলে। পঞ্চমখন স্লিপত চকুটো বৈ গ'ল কল্যানীৰ। প্ৰশান্ত দত্ত— দিবু। বুকুৰ মাজত যেন এসোঁতা তেজ চলক কৰি উঠিল। তাহানিৰ সেই প্ৰশান্তই যদি হয়। কিযে ভাবিছে তাই, আৰু হ'লেইবা কিবা কামত আহিবও পাৰে। আৰু যদি সেই প্ৰশান্তই হয় তাহানি আগঢ়ী বুলি, কলী বুলি বিদ্ৰূপ কৰা প্ৰশান্তই আজি পাৰিবনে তাইৰ সতে মুখামুখিকৈ বহি সহজ ভাবে কথা পাতিব? কথাবাৰ ভাবোতেই নিজৰ প্ৰতি সচেতন হ'ল কল্যানী। বাথৰূমলৈ গৈ মুখ ধুই সামান্য প্ৰসাধনেৰে নিজকে সজাই ল'লে। পিয়নজনক মাতি স্লিপখন দি মানুহজনক মাতি দিবলৈ নিৰ্দেশ দি প্ৰশান্ত দত্ত অহাৰ বাবে অপেক্ষা কৰাৰ লগতে ফাইল এটা টানি নিজকে সহজ কৰাৰ প্ৰচেষ্টা কৰিলে কঠোৰ প্ৰসাশিকা কল্যানী ডেকা ফুকনে।

আৰ চকুৰে চাই কল্যানীয়ে চিনি পালে প্ৰশান্তক। কিন্তু ক'ত সেই কাৰ্তিকৰ দৰে সুন্দৰ, উদ্ধত অহমিকাৰে ভৰা চেহেৰা? সন্মুখৰ চকীত বহা এইজন যেন সংসাৰ বোজাত ভাৰাক্ৰান্ত এজন সম্পূৰ্ণ বেলেগ মানুহ।

মূৰৰ ওপৰত সৰগ ভাগি পৰিলেও ইমান আচৰিত নহ'লহেঁতেন প্ৰশান্ত। এৰা কল্যানীয়েই হয়। কি আচৰিত পৰিবৰ্তন। তাহানিৰ কীণ কলা লাজকুৰীয়া কল্যানীৰ ঠাইত আজিৰ কল্যানী উজ্জ্বল শ্যামাঙ্গী, নিটোল স্বাস্থ্যৱতী, পদমৰ্যাদা আৰু ব্যক্তিত্বৰ দৃঢ় ভঙ্গিমাৰে এক পৰিপূৰ্ণ নাৰী। কপালত জিলিকি থকা ডাঙৰ সেন্দুৰৰ ফোঁটটোৱে যেন মুখখন অধিক কমনীয় কৰি তুলিছে।

'আপুনি মানে তুমি'— প্ৰশান্তই তাহানিৰ সেই চিনাকি সুৰে কল্যানীক তুমি বুলি নমাব পাৰিনে নোৱাৰি ভাবি থতমত খাই বৈ দিলে।

পুতৌ হ'ল কল্যানীৰ। 'এৰা প্ৰশান্তদা' মুখত এটা হাঁহিৰ প্ৰলেপ সানি কল্যানীয়ে ক'লে— 'মৱে সেই কল্যানী, চিনি পাইছনে?'

কোনোমতে জড়তাখিনি আঁতৰাই প্ৰশান্তই ক'লে 'তোমাক এনেদৰে ইয়াত লগ পাম বুলি ভবাই নাছিলো। তুমি স্কুল এখনত কাম কৰা বুলিহে শুনিছিলো।'

'এৰা সেইবোৰ বহুত কথা। সেই সাধুকথাৰ কাহটোৰ দৰে বওৱাবাই আগবঢ়াৰ দৰে। বাৰু সেইবোৰ বাদ দিয়া। প্ৰসঙ্গটো সলনি কৰি কল্যানীয়ে ক'লে— তোমাৰ কামটোৰ কথা কোৱা। মোৰ চাৰি বজাৰপৰা এখন ইম্পোৰটেন্ট মিটিং আছে।'

প্ৰশান্তই পকেটৰপৰা চিঠি এখন উলিয়াই টেবুলত থৈ ক'লে— 'মোৰ ল'ৰাটোৱে ইঞ্জিনিয়াৰিং পঢ়ি আছে। সি ষ্টেট স্ক'লাৰশিপৰ বাবে পৰীক্ষা দিছিল। কিন্তু মোৰ বহুতপৰা

চেষ্টা কৰিও একো খবৰকে উলিয়াব পৰা নাই। দুবাৰো ইয়ালৈ আহি এনেয়ে ঘূৰি যাবলগীয়া হৈছে।

কল্যানীয়ে চিঠিখন পঢ়িলে। কলিং বেলটো টিপি কাগজখনত কিবা এটা লিখি দি ক'লে— তেখেতক ফাইলটোৰে সৈতে মই মাতিছো বুলি ক'বা'। তাৰ পিছত প্ৰশান্তলৈ চাই ক'লে, আজিয়েই এই ফাইলটো চহী হৈ গৈছে। ইমানদিনে দুৰ্নীতিৰে অফিচটো ডুবি গৈছিল। বৰ কষ্ট কৰিহে কোনোমতে চম্ভালিছো। যদি স্কলাৰশ্বিপটো হৈছে তেন্তে আজিয়েই খবৰটো জানিব পাৰিবা। নাম কি তোমাৰ ল'ৰাৰ?

'দীপঙ্কৰ দত্ত'।

ফাইল এটা লৈ কল্যানীৰ অনুমতি সাপেক্ষে কৰ্মচাৰী এজন সোমাই আহিল। ফাইলটো খুলি চাই কল্যানীৰ মুখখন পোহৰ হৈ উঠিল। এয়া চোৱা দীপঙ্কৰৰ নাম মানে সি স্কলাৰশ্বিপটো পাইছে। তাৰ পিছত কৰ্মচাৰীজনলৈ চাই ক'লে, কাইগুলি এখেতৰ চিঠিখন এতিয়াই টাইপ কৰি দিয়ক, এখেতে হাতে হাতে লৈ যাব। কৰ্মচাৰীগৰাকীয়ে মূৰ জোকাৰি ওলাই যোৱাৰ পিছতেই কেণ্টিনবয় এজনে এখন ট্ৰেত দুকাপ কফি আৰু মিঠাই একপ্লেট লৈ সোমাই আহিল। কল্যানীয়ে ট্ৰেখন আগবঢ়াই দি ক'লে— 'খোৱা' আৰু নিজেও কফি কাপ তুলি লৈ সুধিলে, 'মাহীদেউ ঢুকুৱা খবৰ পাও, মাও ঢুকাল। বাবলু আৰু বাপন এতিয়া ক'ত থাকে? কি কৰে সিহঁতে। বিয়া-বাৰুও হৈ গ'ল চাগে।

কফি কাপ হাতত ল'বলৈ গৈ হাতখন সামান্য কঁপি উঠিল প্ৰশান্তৰ। কল্যানীয়ে আজিও বাপনহঁতৰ খবৰ ৰাখিছে অথচ মামনীয়ে সিহঁতক মানুহ বুলিয়েই নাভাবে।

'তোমাৰ ইমান কথা মনত আছে।'

এৰা সকলো কথাই মনত আছে কল্যানীৰ।

দেউতাকহঁতৰ চাকৰি সূত্ৰে ওচৰা উচৰিকৈ কোৱাৰ্টাৰত থকা দুটা পৰিয়ালৰ মাজত গঢ়ি উঠা আত্মীয়জনীত সৌহাৰ্দতা। ভনীয়েক নথকা প্ৰশান্তৰ মাকে তাইকে ছোৱালী বুলি মৰম কৰাই নহয় প্ৰশান্তলৈ বোৱাৰী কৰি অনাৰ বাবে হেঁপাহ। আৰু তাৰে ফলশ্ৰুতিত কৈশোৰ আৰু যৌৱনৰ দোমোজাত প্ৰশান্তৰ প্ৰতি তাইৰ বুকুৰ মাজত ধীৰে ধীৰে প্ৰস্ফুটিত হৈ উঠিছিল প্ৰথম প্ৰেমৰ এপাহ কলি। কিন্তু ইয়াৰ বাবে এদিন চৰম লজ্জাৰ সন্মুখীন হ'ব লগা হ'ল নিজৰ শ্ৰেণীত। তাইৰ সতে একেলগে পঢ়া প্ৰশান্তৰ সম্বন্ধীয় ভনীয়েক এজনীয়ে প্ৰশান্তই সিহঁতৰ ঘৰত গৈ হেনো কৈছে মায়ে মোৰ ডিঙিত আঁৰিবলৈ শোতা বাঢ়নী নাপাই সেই কলিদেজনীকে আৰিব বিচাৰিছে। কিকৈছিল সেয়া কিমানদূৰ সঁচা-মিছা নাজানিলেও নন্দাই তাতে বহুল সানি কোৱা কথাত ৰস পাই বহুতেই বিদ্ৰূপ কৰিবলৈ এৰা নাছিল তাইক। লাজত মৰি গৈছিল কল্যানী। প্ৰশান্তহঁতৰ ঘৰলৈ যোৱাতো বাদেই ভুলতেও যাবলৈ মন কৰা নাছিল। কিন্তু তাইৰ ভাগ্য ভাল আছিল। তাইক মৰম কৰা

শিক্ষয়িত্ৰী জাহনাৰা বাইদেৱে তাইক মাতি নি বুজাইছিল— 'তুমি পঢ়া-শুনাত ভাল ছোৱালী। তোমাৰ মাজত মই এটা উন্নতিৰ লক্ষণ দেখিবলৈ পাইছো। এইবোৰ জীৱনলৈ অহা ক্ষুদ্ৰ দুখ বাদ দি পঢ়া শুনাত মন দিয়া। মই ভাবো প্ৰশান্তৰ দৰে অহংকাৰী পুৰুষক পিছ পেলাই বহুত আগুৱাই যাব পাৰিবা।

সেয়েই আৰম্ভণি। অক্লান্ত চেষ্টাৰে কল্যানীয়ে পঢ়া-শুনাত ব্ৰতী হৈছিল। মেট্ৰিকত অষ্টম স্থান অধিকাৰ কৰাত স্কুল তথা অঞ্চলৰ আনন্দ আৰু খ্যাতি বিয়পি পৰিছিল তাৰ পিছত আৰু পিছলৈ ঘূৰি চোৱা নাই কল্যানীয়ে।

সুখ্যাতিৰে এম এ পাছ কৰাই নহয়, শিক্ষা বিভাগৰ প্ৰশাসনীয় বিভাগত জইন কৰি আজি কল্যানী দক্ষ বিষয়াৰূপে জনাজাত। ইতিমধ্যে বিয়াও হৈ গৈছে কল্যানীৰ। ইউনিভাৰচিটিৰ নামী প্ৰবক্তা অমৃত ফুকনৰ পত্নী কল্যানী দুটি সন্তানৰো গৌৰৱময়ী মাতৃ।

কিন্তু পুৰণা ঘাঁ এটুকুৰা আজিও বুকুৰ মাজত কেঁচা হৈ আছে কল্যানীৰ। কুমাৰী মনৰ প্ৰথম প্ৰেমৰ স্বপ্নখিনি বুকুৰপৰা আঁজুৰি পেলাওঁতে বৰ কষ্ট পাইছিল কল্যানীয়ে। বিশেষকৈ প্ৰশান্তই তাইৰ ৰূপক লৈ কৰা অপমানৰ তীব্ৰতাই যেন আজিও ঘাঁ ডোখৰ নুশুকুৱাকৈয়ে ৰাখিছে।

ইতিমধ্যে কৰ্মচাৰীজনে টাইপ কৰা চিঠি এখনৰ সতে ফাইলটো আগত দিলেহি। চিঠিখন পঢ়ি কল্যানীয়ে চহী কৰি প্ৰশান্তৰ ফালে আগবঢ়াই দি ক'লে। এইখন লৈ যোৱা— মই উঠো, মিটিঙৰ সময় হ'ল বুলি ঘড়ীটোলৈ চাই কল্যানী থিয় হ'ল।

চিঠিখন লৈ প্ৰশান্তও থিয় হ'ল। ক'লে 'তোমাক কি বুলি কৃতজ্ঞতা জনাম।'

'কৃতজ্ঞতা'?— বহুদিনৰ মূৰত খিলখিলকৈ হাঁহিলে কল্যানীয়ে। আচলতে মইহে তোমাৰ ওচৰত কৃতজ্ঞ হৈ থকা বুলিলেহে ভাল হয়।

অবাক হ'ল প্ৰশান্ত 'তুমি'? মই বুজা নাই কল্যানী। 'এহ সেইবোৰ বহুত পুৰণি কথা। তোমাৰ হয়তো মনত থকাবো কথা নহয়। কল্যানীৰ মাতত যেন বিদ্ৰূপৰ স্ফুলিঙ্গ চিটিকি পৰিল। মই বোধকৰো তেতিয়া মেট্ৰিক পৰিক্ষাৰ্থী। জেঠায়ে আমাৰ দুয়োৰো বিয়াৰ বাবে বহুত চেষ্টা কৰিছিল। পিছে মই কুৰূপা আৰু কলী বুলি আপত্তি তোলা বাবে বিয়াখন নহ'ল যেনিবা। নহ'লে আজি এই আসনত বহি থকাৰ পৰিবৰ্তে তোমাৰ সংসাৰৰ ঘানি টানোতে তোমাৰ দৰে মযো আধা বুঢ়ীয়ে হ'লোহেঁতেন।

নিৰৱে ঠাট্টাখিনি হজম কৰি ওলাই যোৱা প্ৰশান্তৰ অপমানিত মুখখনলৈ চাই চকীখনত ক্লান্তভাৱে গাটো এৰি দিলে কল্যানীয়ে। বুকুৰ মাজত অতদিনে জ্বলি থকা জুইকুৰা যেন এচাটি শীতল বৰষুণে নুমাই থৈ গ'ল। □

# তুঁহ জুই

নগৰখনৰ বিশিষ্ট উপকণ্ঠ এটাত শাখা ডাকঘৰটোলৈ বদলি হৈ আহোতে মনত কিছু আশংকা নলগাকৈ নাছিল। এটা বৃহৎ আবাসিক অঞ্চলৰ উপৰিও কেইবাটাও চৰকাৰী-বেচৰকাৰী কাৰ্যালয়, দুই-তিনিখন স্কুলৰ লগতে কলেজ, বেংক আৰু নতুনকৈ গঢ় লৈ উঠা দোকান-পোহাৰে ভৰা অঞ্চলটোত মাত্র পাঁচজন কৰ্মচাৰীয়ে ডেলীভাৰী অফিচ এটা সুকলমে চলোৱাতো বৰ সহজ নহয়। তাতে আঢ্যৱন্ত ঠাইখনৰ দুই-এক লোকে বোলে ইয়াৰে কৰ্মচাৰীৰ প্ৰতি দেখুওৱা উন্নাসিকতাৰ বাবে মাজে-সময়ে অপ্রীতিকৰ পৰিস্থিতিৰো সৃষ্টি হোৱা দেখা যায়। গতিকে অফিচৰ দায়িত্ব লোৱাৰ লগতে কেউজনৰ লগত ভাল ভাবে আলোচনা কৰিলো যাতে আমাৰ ফালৰপৰা অফিচৰ কৰ্তব্যত কোনো ত্রুটি নহয়।

চেকেণ্ড কাউণ্টাৰ ক্লাৰ্ক পৰাণ বৈশ্য কথা চহকী আৰু অমায়িক। কামতো পাৰ্গত। নিজৰ ভাগৰ পাৰ্চেল, ৰেজিষ্ট্ৰি আৰু মণি অৰ্ডাৰৰ উপৰিও মোৰ কাম বেছি দেখিলে সহায় কৰিবলৈ হেলা নকৰে। অফিচ পিয়ন হৈ থকা গ্রেজুৱেট মুকুন্দ বড়ো তজবজীয়া ডেকা। মনে বিচৰা চাকৰি নাপাই চেণ্ট্রেলৰ চাকৰি বুলি ইয়াতে সোমাই আছে। মোৰ আৰু পৰাণৰ কৰিবলগীয়া বহুতো কামত সি আগবঢ়ুৱা হৈ সহায় কৰি দিয়াৰ লগতে দুপৰীয়াৰ চাহখিনিও কৰি খুৱায়।

মাহৰ শেষৰ ফালে কাউণ্টাৰত সিদিনা মানুহ কম আছিল। হঠাতে পৰাণৰ কাউণ্টাৰত মহিলা এগৰাকীয়ে কোৱা কথা কিছুমান মোৰ কাণত পৰিল। কথাবোৰ কিবা ৰহস্যজনক লগা বাবে মই মূৰ তুলি চাই দেখিলো বয়সে অলপ চুই গ'লেও সাজে-পাৰে গাভৰু যেন লগা মানুহগৰাকীয়ে পৰাণক বিশেষভাৱে আমন্ত্রণ জনাইছে। গুৰুজীয়ে কৈছে তেখেত পূৰ্ণিমাৰ দিনা আহিবই। মই সেইদিনা গধূলি অলপ পূজাৰ আয়োজন কৰিছো। মোৰ বিশ্বাস সেইদিনা আপুনিও সেই অপাৰ্থিব শক্তিৰ দৰ্শন পাই ধন্য হ'ব। অঞ্চলৰ সকলোকে নিমন্ত্রণ কৰিছো। মুখ্যমন্ত্রী ডাঙৰীয়াৰ কাৰ্যসূচী থকা বাবে তেওঁ আহিব নোৱাৰিলেও বাইদেউ আহিব। ভূপেনদাকো কৈছো, মোৰ ভাবত নাট্যমৰ গুৰুজীও আহিব। আপুনি ন'গলে কিন্তু জীৱনত এটা ডাঙৰ ভুল— 'হঠাতে মূৰ ঘূৰাই মই চাই লেখকৰ কথা শুনি থকা দেখি মানুহগৰাকী থমক খাই ৰ'ল যদিও লগতে চকুতালি লৈ লাজ লাজকৈ ক'লে— 'অনুগ্রহ কৰি আপুনিও যদি যায় তেন্তে হয়তো পৰমাৰ্থ দৰ্শনৰ সৌভাগ্য আপোনাৰো হ'ব পাৰে। এখেতে আপোনাক লৈ যাব পাৰিব।' তাৰ পিছত মিচিকিয়া হাঁহি এটা মাৰি ক'লে— 'মই জয়ন্তী ভট্টাচাৰ্য্য। ওচৰৰে অফিচটোত কাম কৰো। অফিচত মই আপোনাৰ কথা শুনিছো। আপোনাৰ কাম

আৰু ব্যৱহাৰৰ প্ৰশংসা শুনিছোঁ। ভালেই লাগে দিয়কচোন মহিলা এগৰাকীৰ ভাল নাম শুনিলে' বুলি কৈয়ে জয়ন্তী ব্যস্তভাৱে চিৰিৰে নামি গ'ল।

মানুহগৰাকী নামি যোৱালৈ চাই থাকি পৰাশে মোৰ কাণে চাই ক'লে— 'একেবাৰে গৈছে।'

'মানে?'

'মানে এইটো' বুলি পৰাশে নিজৰ মূৰটো হাতেৰে দেখুৱাই ক'লে।

'ক'তা পগলাৰ লক্ষণটো ক'তো নাই। কাপোৰে-কানিৰে, দেখাই-মেলাই টিপ-টপ। চাকৰিও কৰে বোলে।'

'কথাৰ গুৰি তাতেই। তেওঁৰ ঘৰলৈ পূৰ্ণিমাৰ দিনা ভগৱান আহিব বুলি কোৱা আপুনি শুনা নাই জানো? এনেয়ে ভালেই, হঠাতে আকৌ সকলোকে বাবেবিংকৰা কথাবোৰ কয়। ভগৱানে দৰ্শন দিব বুলি সকলোকে মাতে। মাতেহে কোনো কিন্তু নাযায়। তেওঁ পিছত কাকো নোযোৱা বাবে ওজৰ-আপত্তি নকৰে। বোধকৰো নিজেই কথাবোৰ পাহৰি যায়। আপোনাৰ লগত চিনাকি হ'ল নহয়, মাহেকে-পষেকে আপুনিও এনে নিমন্ত্ৰণী পাবই।

মই প্ৰসঙ্গটো এৰাই কামত মন দিলো।

কেইদিনমান পিছত আকৌ জয়ন্তী ভট্টাচাৰ্য্যৰ আগমন ঘটিল। কাউণ্টাৰৰ সন্মুখত বিভিন্ন কাম লৈ অহা মানুহৰ এটা দীঘল শাৰীৰ আগত ব্যস্ততাৰে কাম কৰি থাকোতে হঠাতে পৰাশৰ কাউণ্টাৰত তৰ্ক-বিতৰ্কৰ দৰে উচ্চকণ্ঠৰ মাত শুনি চাই দেখিলো হাতত ডাঙৰ টোপোলা এটাৰে জয়ন্তী। পৰাশে এইটো পাৰ্চেল কৰিবপৰা নাযাব বুলি কোৱা কথাৰ উত্তৰত জয়ন্তীৰ খঙাল অভিযোগ শুনি মই ৰ'বলৈ কৈ লৰালৰিকৈ কামবোৰ শেষ কৰি কি হৈছে জানিবলৈ জয়ন্তীক আহিবলৈ ক'লো। দেখিলো তেওঁৰ হাতত এটা সুন্দৰ পেকেটৰ ওপৰত ৰিবনেৰে ধুনীয়াকৈ বন্ধা কেইপাহমান আৰ্টিফিচিয়েল গোলাপ। পেকেটৰ ওপৰত ধুনীয়াকৈ লিখা প্ৰধানমন্ত্ৰী অটল বিহাৰী বাজপেয়ীৰ ঠিকনা। মই ক'লো, 'এইটো উপহাৰ আপুনি হাতে হাতেহে দিব পাৰিব। কিন্তু আমাৰ অফিচৰপৰা এনেদৰে পাৰ্চেল পঠোৱাৰ সুবিধা নাই—' বুলি কৈ মই কেনেদৰে পাৰ্চেলটো কৰিবপৰা হ'ব বুজাই দিলো।' মই এইবোৰ কেনেকৈ কৰিম?' জয়ন্তীৰ মাতত অনুনয়ৰ সুৰ। 'মোক অলপ সহায় কৰি দিয়কনা আপোনালোকে, বৰ জৰুৰী জানেনে?'

মানুহজনীৰ মুখলৈ চাই হাঁহি উঠিল। কৌতূহলো হ'ল, সুধিলো— প্ৰধানমন্ত্ৰীলৈ ইমান জৰুৰীকৈ কি পঠায়নো?

জয়ন্তীয়ে পেকেটটো খুলিলে। ধুনীয়া গামোচা এখনেৰে মেৰিওৱা দুখন কিতাপ, এখন হীৰেণ ভট্টাচাৰ্যৰ 'সুগন্ধী পখিলা' আনখন 'নামঘোষা'। 'বাজপেয়ী ডাঙৰীয়াই অসমীয়া কিতাপ পঢ়িব পাৰিবনে? তেখেতে নিশ্চয় অসমীয়া নাজানে' মই সুধিলো। 'আগ্ৰহ থাকিলে

ভাষা কোনো বাধা নহয়। তেখেত কবি কবিতা ভালপোৱা লোক।' 'নামঘোষা' পঢ়িলে মনলৈ কিমান প্ৰশান্তি আহে। দিল্লীত কত উচ্চ পদস্থ অসমীয়া আছে। তেখেতে আগ্ৰহ কৰিলে নিশ্চয় পঢ়াই শুনাব।'

জয়ন্তীৰ যুক্তি অকাট্য। মানুহগৰাকীৰ মুখলৈ চালো এখন শান্ত, কমনীয়, বুদ্ধিদীপ্ত মুখ। মানুহে তেওঁক বলিয়া বোলে। আজিৰ এই প্ৰধানমন্ত্ৰীলৈ পঠোৱা উপহাৰৰ কাণ্ডটোও মানসিক ভাৰসাম্যহীনতাৰে চিন নেকি?

জয়ন্তীক সহায় কৰিবলৈ এইবাৰ আগবাঢ়ি আহিল মুকুন্দ। মোৰ অনুমতি লৈ জয়ন্তীৰ সতে ওচৰৰে দৰ্জীৰ দোকানলৈ গৈ ধুনীয়াকৈ পাৰ্চেলটো চিলাই আনি নিজে লা লগাই ঠিকনা লিখি পাৰ্চেলটো পঠোৱাৰ দিহা কৰি দিলে। মুখত এটা বিৰাট সাফল্যৰ হাঁহি লৈ সকলোকে বাৰে বাৰে ধন্যবাদ জনাই জয়ন্তী গ'লগৈ।

'আকৌ জকটো আৰম্ভ হৈছে বোধহয়'। নহ'লে ঘৰত এখুন্দা লাগি আহিব পায়। হাতত এবোজা ৰেজিষ্ট্ৰি চিঠি লৈ ইমানপৰে বৈ থাকিবলগীয়া হোৱা জয়ন্তীৰ অফিচৰ পিয়নজনে ক'লে।

'কেনেকৈ জানিলে?' মহিলাগৰাকীৰ বিষয়ে উপলুঙা কৰি কোৱা কথাত মই বিৰক্ত হৈ উঠিলো।

'আজি অ'ত বছৰে দেখি আহিছো নহয়। কেতিয়া কি মুডত থাকে একো ঠিক নাই। কেতিয়াবা গহীন গম্ভীৰ, কেতিয়াবা আকৌ লাগ-বান্ধ নোহোৱা কথা। গিৰিয়েক হেনো ডাঙৰ অফিচাৰ। ধনে-সম্পত্তিয়ে উভৈনদী। ল'ৰা-ছোৱালী দুটাও হেনো ডাঙৰ ডাঙৰ কলেজত পঢ়ে। গিৰিয়েকটোলৈহে বেয়া লাগে। এনে অহৌবলিয়া মানুহজনীৰ লগত চাগে ভাল চোটোকা পাইছে।'

'এনে মানুহে অফিছত কাম কেনেকৈ কৰে?' মই অবাক হৈ সুধিলো। আমাৰ অফিচৰো কাম। সেই যে কোটি টকীয়া কেলেংকাৰীটো ধৰা পৰাৰ পিছত অফিচৰ কাম নোহোৱা হ'ল নহয়। পুলিচ, জেল, চাচপেন্সন, ফাইলৰ হুৰলুকী। খোৱাই সোপা-সোপে টেটুলৈকে খালে, নোপোৱাই তলুৱাকে চেলেকিলে। কেইজনমানৰ চাকৰি গ'ল। কেইজনমান এতিয়াও চাচপেন্সনত। পিছে তেওঁলোকে যি ঘটিলে তিনি পুৰুষলৈ জুৰিব। ভঁৰালত তলি উদং অফিচখনৰ দুখনমান টেবুলতহে কাম আছে। গতিকে বাৰ বজাত আহি টেবুলে টেবুলে মেল-মিটিং চলে। কোনোবাই বা এওঁৰ নিচিনা পাগলামিৰ চং কৰে। কাম কৰক নকৰক দৰমহা কেইটা সকলোৱে ঠিকে পায় নহয়।' কথাখিনি কৈ ইতিমধ্যে কাম শেষ হোৱাত মানুহজন গ'লগৈ। এনে লাগিল অফিচখনৰ দুৰৱস্থাত তেওঁ যথেষ্ট দুখিত। কিন্তু কি হ'ব, এনেকৈয়ে চলে কাৰ্যালয়, এনেকৈয়ে চলে দেশ।

বাতিপুৱা ব'দজাক ঠিকেই আছিল। হঠাতে আবেলিৰ ফালে বতৰটো গোমা হৈ ধৰৰবাই বৰষুণজাক আৰম্ভ হ'ল। সহজে এৰিব যেন নালাগিল। মই কৰিবলৈ থকা কিছুমান কাম

উলিয়াই ল'লো। হঠাতে হৰমূৰকৈ মানুহ এজনী সোমাই আহি 'ভিতৰলৈ আহিব পাৰোনে' বুলি সোধাত মুৰ তুলি দেখিলো জয়ন্তী ভট্টাচাৰ্য্য। ধুনীয়া গুলপীয়া শাৰীখনেৰে তিতি অহা জয়ন্তীক গা ধুই গোঁসাইঘৰলৈ অহা যেন লাগিছে। কমনীয় মুখখনত এটা মিঠা হাঁহি। আজি বা আকৌ কি ভাওনা দেখুৱায়, বুলিও মোৰ মুখত হাঁহি এটা ওলাই গ'ল। 'হঠাতে কি যে বৰকুণজাক দিলে তেনেই তিতিলো' বুলি ৰুমালেৰে মুখখন মোহাৰি মোহাৰি সন্মুখৰ খালী চকীখনলৈ চাই ক'লে— 'বহোনে বাইদেউ?' মই মুৰ জোকাৰি বহিবলৈ কৈ পুনৰ কামত মন দিলো। কিন্তু সন্মুখত বহি থকা মানুহজনীয়ে মোলৈ চাই থকা কাৰণে ভাল নালাগিল। বহীখন বন্ধ কৰি জয়ন্তীলৈ চালো— 'কিবা ক'ব'?

'আপোনালোকৰ বহুত কাম নহয়?' ?

'এৰা যথেষ্ট কাম' তেওঁলোকৰ অফিচত হোৱা খেলিমেলি আৰু ঠিকমতে কাম নোহোৱা কথাবোৰ শুনি থকাৰ কাৰণে অকণমান টানকৈয়ে ক'লো। আমাৰ অফিচত হোৱা প্ৰতিটো কামত, প্ৰতিটো পাই-পইচাৰ সঠিক হিচাপ আমি দৈনিক একাউন্টত হেড অফিচলৈ পঠাব লাগে। কামত ফাঁকি দিয়াৰ কোনো উপায় নাই।' 'বৰ ভাল কথা' জয়ন্তীয়ে ক'লে। 'অফিচত এনেকৈয়ে সকলো কাম হোৱা উচিত কথা। তেনেদৰে সকলো অফিচতে যদি সকলোৱে নিজৰ ভাগৰ কাম সঠিকভাৱে কৰে তেন্তে মানুহৰ বা দেশৰ এই অধঃপতন কেতিয়াও নহ'লহেঁতেন। অফিচৰ টেবুলে টেবুলে পৰচৰ্চা, গল্প-গুজব, ভোটি খোৱাৰ সুবিধা বিচৰা কৰ্মচাৰী আৰু দালালৰ ভিৰ মোৰ যে অসহ্য লাগে। কিন্তু ভাল নালাগিলেও আহিবলগীয়া হয় কাৰণ ঘৰতো—'

'ঘৰতো ভাল নালাগে?' ক'ব নোৱাৰাকৈয়ে মোৰ মুখৰপৰা কথাষাৰ ওলাই গ'ল।

জয়ন্তীয়ে মোৰ চকুলৈ পোনে পোনে চালে। 'নাইনালাগে। অফিচত যেনেদৰে দুৰ্নীতি, ঘৰতো সেই একেই দুৰ্নীতিৰ গোন্ধৰ। মোৰ স্বামী এটা চৰকাৰী বিভাগৰ উচ্চ পদস্থ অফিচাৰ। পুৰণা ধনী পৰিয়াল। কিন্তু অফিচত দৈনিক তেওঁৰ জেপত যিমান টকা সোমায় সৰু সুৰা চাকৰিয়াল এজনে মাহেকতো নাপায়। সেইবোৰ তেওঁৰ কথা কিন্তু মোৰ আটাইতকৈ দুখৰ কথা কি জানে? মোৰ ল'ৰা-ছোৱালী দুটাকো অজস্ৰ অৰ্থ স্বাধীনতা দি তেওঁ দুয়োটাকে এক অসংযত আৰু স্বেচ্ছাচাৰী জীৱনলৈ ঠেলি দিছে। সিহঁতৰ ধ্বংসমুখীতাক মই বাধা দিয়া বাবে সিহঁতেও মোক শত্ৰু বুলি ভাবে।' জয়ন্তীৰ মাতটো খোকাখুকি হোৱা যেন লাগিল। কিবা এটা ক'বলৈ গৈ মই সংযত হ'লো। লোকৰ ঘৰৰ কথা শুনিয়েই বা কি হ'ব? এইবোৰ কাৰণতে চাগে মানুহজনীৰ মুখটো ঠিক নাথাকে। তথাপিও ক'লো— 'ঘৰৰ কথা পৰক নোকোৱাই ভাল নেকি?'

'পৰক কোৱা নাই মই আপোনাকহে কৈছো। বহু দিনৰ পৰাই ভাবিছো মোৰ মনৰ দুখৰ কথাবোৰ যেন আপোনাক ক'ব পাৰিলে অলপ শান্তি পাম।'

মই আচৰিত হ'লোঁ। কেইদিনমানৰ চিনাকি মানুহজনীয়ে মোৰ মাজতনো এনে কি আত্মীয়তা বিচাৰি পালে।

'যথেষ্ট বয়স হ'লেও এতিয়াও মানুহে মোক ধুনীয়া বুলিয়ে কয়।' জয়ন্তীয়ে কৈ গ'ল 'স্কুল-কলেজত ধুনীয়া বুলি মোৰ খ্যাতিয়ে আছিল। তাতে ভাৰত নাট্যম নাচি মই বিশেষ যশস্যা বুটলিব পাৰিছিলো। দুখীয়া পৰিয়ালৰ ছোৱালী হ'লেও সেই খ্যাতিয়ে মোৰ উচ্চাকাঙ্খাও গগনচুম্বী কৰি তুলিছিল। ভাবিছিলো জীৱনত নৃত্যকেই মোৰ জীৱনৰ লক্ষ্য হিচাপে লৈ তাৰ খ্যাতিৰে মই নৃত্যাংগনা ৰূপে প্ৰতিষ্ঠিত হ'বলৈ সক্ষম হম।' বাতৰিৰ শিৰোনামাত প্ৰকাশ হ'ব মোৰ ছবি। মোৰ নৃত্য চাবলৈ সমবেত হ'ব বহু গুণমুগ্ধ দৰ্শকৰ ভিৰ। কিন্তু... জয়ন্তী ক্ষন্তেক ৰ'ল, 'মনে খোজে ৰজা হ'ব বিধাতাই নিদিয়ে খুজি খাব। মোৰ সকলো ইচ্ছা অনিচ্ছাক অগ্ৰাহ্য কৰি মোৰ কল্পনা আৰু আশাৰ মূৰত চেঁচা পানী ঢালি মামাইঁতৰ পৰামৰ্শমিতে মায়ে মোৰ বিয়া ঠিক কৰিলে এক উচ্চ পদস্থ আঢ্যৱন্ত পৰিয়ালৰ পুৰুষৰ সতে। মোৰ ওজৰ-আপত্তি শুনা দূৰৈৰ কথা মামীহঁতে মোক মূৰ্খ বুলিহে ক'লে। এদিন গা ভৰা গহনা আৰু খমখমীয়া গুণাৰ কাপোৰ পিন্ধি মই কইনা সাজি হোমৰ গুৰিত বহি স্বামী গৃহলৈ আহিলো। ক'বলৈ গ'লে ৰাজহাউলী সদৃশ ঘৰ, অজস্ৰ গহনা আৰু কাপোৰৰ সম্ভাৰ দেখি মই আনন্দিত নোহোৱা বুলি ক'লে মিছা কোৱা হ'ব। সুখনো কোনে নিবিচাৰে? মোৰ নিচিনা দুখীয়া ছোৱালীৰ ভাগ্যত এনে সৌভাগ্য সঁচাকৈয়ে অভাৱনীয়। মনতে ভাৱিছিলো মাতৃ গৃহত যি অভাৱৰ কাৰণে মোৰ নৃত্য শিক্ষা সুচাৰুৰূপে হোৱা নাছিল এতিয়া স্বামীৰ মন যদি অনুকূল হয় তেন্তে মোৰ মনোবাঞ্ছা পূৰ্ণ হোৱাত অসুবিধা নহ'ব। মনত এক নতুন আশা লৈ মই স্বামীৰ আগমনৰ বাবে অপেক্ষা কৰি ৰ'লো।'

আইতাইঁতে স্বামীকে ইহকাল পৰকালৰ গুৰু বুলি চিন্তা কৰি স্বামীক সৰ্বতোপ্ৰকাৰে সুখী কৰি ৰাখিবৰ বাবে শিকাই পঠাইছিল। কিন্তু প্ৰথম নিশাই মোৰ স্বপ্ন ভংগ ঘটিল। দোভাগ নিশা অসংলগ্ন অৱস্থাত মোৰ স্বামী তেওঁৰ নৱবিবাহিতা পত্নীক সম্ভাষণ জনাবলৈ আহিল। শুনিছিলো বৈবাহিক জীৱনৰ প্ৰথম নিশাৰ স্মৃতি সমগ্ৰ জীৱনলৈ এক মধুৰ স্মৃতি হৈ থাকে। কিন্তু সেই প্ৰথম নিশাৰ স্মৃতি মোৰ জীৱনৰ এক আশা ভংগৰ, এক দুস্বপ্নৰ স্মৃতি হৈ ৰ'ল। মোৰ কুমাৰী জীৱনত সযতনে সাঁচি ৰখা কমনীয় পবিত্ৰতা আৰু স্বপ্ন এক উচ্ছৃংখল মদ্যপী পুৰুষৰ অশালীন কামনাৰ সোঁতত উটি গ'ল।

প্ৰত্যেক মানুহৰে সুখী হোৱাৰ একোটা নিজস্ব সংজ্ঞা থাকে। মোৰ স্বামীৰ সুখৰ সংজ্ঞা হ'ল তেওঁৰ বেহিচাপী উপাৰ্জনৰ ধনেৰে জীৱনক ভোগ সম্ভোগৰ নৈত উটাই দিয়া। মোৰো যে সাংসাৰিক ভোগৰ প্ৰতি লালসা নাছিল তেনে নহয়। কিন্তু তাৰ মাজতে মোৰ কল্পনাৰ পুৰুষজন আছিল এনে এক সংস্কৃতিবান পুৰুষ যাৰ হৃদয়ত থাকিব শিল্পী প্ৰাণৰ দবদ, ওঁঠত বিৰিঙি থকা হাঁহিৰ মাজত নিগৰি ওলাব কবিতা আৰু গীতৰ ছন্দ। হৃদয়ৰ সমগ্ৰ

ভালপোৱাৰে তেওঁ মোক সুখী কৰিবলৈ বিচাৰিব। কিন্তু— জয়ন্তী অলপ তলমূৱা হ'ল ৰুমালখনেৰে চকুদুটা মচি ক'লে, 'বাইদেউ ইমানতো মই স্বামীক ভাল পাবলৈ চেষ্টা কৰিছিলো। কৰিছিলো এখন সুখী-শান্তিময় সংসাৰ ৰচনা কৰি জীৱনক সুন্দৰ কৰি গঢ়ি তোলাৰ স্বপ্ন। কিন্তু তেওঁৰপৰা সহাঁৰি পোৱা দূৰৈৰ কথা, তেওঁৰ অপৰ্য্যাপ্ত ধনৰ অহংকাৰেৰে মোৰ কথা হাঁহিৰে উৰুৱাই দিলে। আনকি আধুনিকা নাৰীয়ে কেনেদৰে জীৱনৰ আনন্দ উপভোগ কৰে তাৰেই শিক্ষা দিবলৈ মোক কেইবাদিনো ক্লাবলৈও লৈ গ'ল। গিলাচে গিলাচে মদ গলাধঃকৰণ কৰি অসংযত বস্ত্ৰ আৰু কথাৰে দুপৰ নিশালৈকে ক্লাবত মত্তনাৰী-পুৰুষক দেখি মই জিকাৰ খাই উঠিলো। ক্লাবলৈ দৃঢ়ভাৱে নাযাও বোলাত অত্যন্ত উপহাস আৰু উপেক্ষাৰে মোৰ দৰিদ্ৰ পৰিয়াললৈ কটূক্তি বৰ্ষণ কৰিলেও মই মোৰ মতত দৃঢ় থকাই নহয়, মই কলেজ আৰু নৃত্যৰ ক্লাচটো পুনৰ জইন কৰি নিয়মিতভাৱে পঢ়া-শুনা চলাই যাবলৈ কৃতসংকল্প হ'লো। প্ৰথম খং আৰু বল দেখুৱাইও মনাব নোৱাৰি শেষলৈ নিজেই নিৰস্ত হ'ল। যদিও এটা বিষয়ত তেওঁ নিজৰ স্থিতিত অটল হৈ ৰ'ল। প্ৰায় প্ৰতিনিশা শাৰীৰিক আতিশয্যৰ মাজেৰে মোক বুজাই দিবলৈ কাৰ্পণ্য নকৰিলে যে মই তেওঁৰ বিহেতু বিবাহিতা পত্নী গতিকে পতিক সন্তুষ্ট কৰাটো মোৰ চৰম আৰু পৰম কৰ্তব্যৰ গণ্ডীৰ ভিতৰত।'

কথাবোৰ কৈ জয়ন্তীৰ ভাগৰ লাগিছিল। মই মোৰ বটলটোৰপৰা পানী এগিলাচ আগবঢ়াই দিলো। ধকধককৈ পানী গিলাচ পি জয়ন্তীয়ে ক'লে— 'ধন্যবাদ।'

'যদিও মনতে ভাবিছিলো এনে পুৰুষৰ সন্তানৰ জননী নহও কিন্তু প্ৰকৃতিক বাধা দিয়াৰ উপায় নাছিল। মই সন্তান সম্ভৱা হ'লো দুবাৰো। অশলাগ নকৰো সন্তানৰ জন্মৰ সময়ত মই মাতৃ হিচাপে পাবলগীয়া যত্ন, ডাক্তৰৰ ব্যৱস্থা সকলো কৰিবলৈ তেওঁ কাৰ্পণ্য কৰা নাছিল। ইতিমধ্যে মোৰ পৰীক্ষাৰ ৰিজাল্ট ওলাইছিল আৰু সেই সময়তে এই চাকৰিটো পাই জইন কৰি পেলালো।'

'আপুনি বাধা পোৱা নাছিল?' মই সুধি পেলালো।

'অকল বাধাই নহয় স্বামীৰ ফালৰপৰা গৃহযুদ্ধৰ সূচনা হৈছিল। ডিভোৰ্চৰ কথাও উঠিছিল। কিন্তু ল'ৰা-ছোৱালীহালৰ ভৱিষ্যতৰ কথা ভাবি মই সকলো সহ্য কৰিলো। ভাবিছিলো মই সিহঁত দুটাক সু-শিক্ষা দি ভাল মানুহ হিচাপে গঢ় দি মোৰ জীৱনৰ স্বপ্ন পূৰ্ণ কৰিম।' জয়ন্তী এইবাৰ উচুপি উঠিল। কিন্তু তাতো মই বেয়াকৈয়ে ব্যৰ্থ হ'লো। সৰুতেপৰা সিহঁতক অপৰ্যাপ্ত বিলাসিতাৰ বস্তুৰ যোগান দি অপৰিমিত হাত খৰচ দি সিহঁতৰ চৰিত্ৰই নষ্ট কৰি দিলে। সিহঁত আজি দামী স্কুল-কলেজত পঢ়ে। বিলাসী গাড়ীত ঘূৰি ফুৰে। ৰাতি দুপৰলৈকে দেউতাকৰ দৰে ক্লাবে-ৰেষ্টোৰাত ঘূৰি ফুৰা ধনী লোকৰ অবাটে যোৱা সন্তানৰ বাহিৰে একো নহ'ল সিহঁত।'

অলপ বৈ জয়ন্তীয়ে নিজকে যোৱা দি ক'লে— 'জীৱনৰ এই ব্যৰ্থতাত মই যেন দিশহাৰা হৈ পৰো মাজে মাজে। কি বিচাৰিছিলো কিন্তু কি পালো জীৱনত? মনতো শান্ত

কৰিবলৈ এজন গুৰুৰ আশ্ৰয় ল'লো। সত্য সুন্দৰৰ পথ আৰু ভগৱৎ প্ৰাপ্তিৰ দ্বাৰা মনৰ শান্তি লাভৰ বাবে তেওঁ অনেক ব্যাখ্যা দিলে। কিন্তু ভিতৰ সোমাই দেখিলো তাতো স্বাৰ্থ আৰু ভণ্ডামিৰ পোহাৰ। এৰি দিলো। এতিয়া যেন নিজকে অলপ মুক্ত অনুভৱ কৰিছো।'

মই ঘড়ীটোলৈ চালো। প্ৰায় চাৰে পাঁচটা বাজে। বৰষুণজাক কমাই নাই।

'আজিকালি সকলোৱে নাৰী স্বাধীনতাৰ কথা কয়। কাকতে-পত্ৰই নাৰী স্বাধীনতাৰ কিমান ব্যাখ্যা ওলায়। কিন্তু সঁচাকৈয়ে কোনো সমাজত নাৰী-পুৰুষৰ সঁচা অৰ্থত সমকক্ষ হ'ব পাৰিছেনে? বাহিৰত যিমানেই নাৰী-পুৰুষৰ সমানত্ব প্ৰতিপন্ন কৰা হয়, নাৰীক মহিময়ী গৰীয়সী আখ্যা দিয়া হয়, কিন্তু নিজৰ ঘৰত বেছিভাগ পুৰুষৰ অন্তৰত তালিবানী সত্বাই ক্ৰিয়া কৰি থাকে। এইবিষয়ে বহুত নেতা আৰু সাধাৰণ মানুহৰ লগতো কথা হৈছো। কিন্তু বাহিৰৰ বক্তৃতাত নাৰীৰ বিষয়ে ডাঙৰ ডাঙৰ কথা কোৱা লোকেও পত্নী সকলৰ ক্ষেত্ৰত ক্ৰীতদাসীৰ ভাবেই পোষণ কৰে। শুনিলে আচৰিত হ'ব কোনোবা এজন বামপন্থী ইউনিয়নৰ নেতাই হেনো সময়ত চাহ নোপোৱাৰ অপৰাধত পত্নীৰ মুখলৈ গৰম চাহৰ কাপ মুখলৈ মাৰি পঠাইছিল।' মই উচপ খাই উঠিলো। ঘটনাটো ময়ো শুনিছিলো, পিছত সেই পত্নী গৰাকীয়ে আত্মহত্যা কৰিছিল।

'আপুনি বাৰু নাৰী স্বাধীনতাৰ বিষয়ে কি ভাবে?'

জয়ন্তীৰ প্ৰশ্নত মই বিব্ৰত হ'লো। মানুহে পাগলী বুলি ভবা জয়ন্তীৰ বুকুৰ মাজত ইমান চিন্তাৰ উঁহ সোমাই আছে।

ম্লানভাৱে হাঁহি প্ৰশ্নটো এৰাবলৈ ক'লো, 'সৰুতে পঢ়া-শুনাৰ ব্যস্ততা, ডাঙৰ হলত পিতৃহীন সংসাৰৰ দায়িত্বৰ বাবে চাকৰিৰ চিন্তা আৰু বিয়াৰ পিছতো চাকৰি, ঘৰ-সংসাৰ, সন্তানৰ পঢ়া-শুনাৰ দায়িত্বৰ মাজত এই বিষয়ে চিন্তাৰ কেতিয়াও অৱকাশেই পোৱা নাই।'

সকলো তিৰোতাই এনেদৰেই কয়। জয়ন্তীৰ মুখত তিৰ্য্যক হাঁহি। বুকুত বিদ্ৰোহৰ ধুমুহা চলি থাকিলেও সংসাৰত শান্তি ৰখাৰ বাবে ইয়ে সুনিশ্চিত উপায়।' হঠাৎ জয়ন্তী ঠিয় হ'ল, বাহিৰলৈ চাই ক'লে, 'বৰষুণ কিছু কমিছে। আপোনাৰ বহুত সময় নষ্ট কৰিলো। বেয়া নাপাব। কিয় জানো বুকুৰ মাজত গোট খাই থকা কিছুমান কথা কাৰোবাক ক'বলৈ বৰ মন গৈ আছিল।'

মোক একো কোৱাৰ সুবিধা নিদি খৰখৰকৈ জয়ন্তী চিৰিৰে নামি গ'ল।

সেইটো অফিচৰপৰা অলপদিন পিছতে বদলি হৈ অহা বাবে জয়ন্তীক আৰু কাহানিও লগ পোৱা নাই। কেতিয়াবা হঠাতে জয়ন্তীলৈ মনত পৰে, ময়ো জানো পৃথিৱীৰ সৰহভাগ নাৰীৰে মনৰ মাজত অৱমাননাৰ গ্লানিৰ একুৰা তুঁহ জুই জ্বলি থাকে। কিন্তু বসুমতী নাৰীয়ে নিৰৱে সহ্য কৰি গ'লে সতী সাধ্বী আৰু জয়ন্তীৰ দৰে বিদ্ৰোহ কৰিলে কোনোবাই তেজস্বিনী আৰু কোনোবাই পাগলী আখ্যা পায়। ☐

# খহি পৰা তৰা

পুলিচৰ চাকৰিত দিন-ৰাতিৰ কথা নাই। নিশা ভাত-পানী খাই টাউন ইন্সপেক্টৰ অভিজিত লাহন লেপৰ তলত সোমাইছিলহে, এনেতে কলিং বেল বাজি উঠিল। দুৱাৰ খুলি বনকৰা ল'ৰা বিহুৰাই জনালেহি বাহিৰত পাওে আৰু গোলাপ বৈ আছে। পাওে নাইট ডিউটিৰ চিপাহী আৰু গোলাপ জীপৰ ড্ৰাইভাৰ। আমনি পালেও অভিজিত উঠি আহিল। বিশেষ কাৰণ নহ'লে সিহঁত এতিয়া এনেয়ে নাহে। বাথৰুমলৈ গৈ মুখখন ধুই ওলাই আহি অভিজিতে সুধিলে— 'কিবা খবৰ আছে পাওে ?' উত্তৰত পাওে যিবিনি ক'লে তাৰ অৰ্থ হ'ল এইমাত্ৰ খবৰ আহিছে। বামুণী ভিঠাত এজনী গাভৰুৱে চিপ লৈ আত্মহত্যা কৰিছে। ঘটনাটো মাৰ্ডাৰও হ'ব পাৰে। গতিকে এতিয়াই তদন্তৰ কাৰণে তালৈ যাব লাগে। পেটে পেটে খং উঠিলেও কৰ্তব্যৰ কথা সুঁৱৰি অভিজিতে বিহুৰাক শুবলৈ কৈ যাবলৈ সাজু হ'ল। গোলাপৰ গাড়ী সাজু হৈয়ে আছিল। হাবিলদাৰ ৰামচিং আৰু দুজন কনিষ্টবলৰ সৈতে অভিজিত বামুণীভিঠালৈ বুলি গাড়ীত উঠি বহিল।

নতুনকৈ বদলি হৈ ইয়ালৈ অহা অভিজিতৰ মাত্ৰ দুসপ্তাহ হৈছে। গোটেই এলেকাটো চুক-কাণ মাৰি চোৱা হোৱাই নাই। গুৱাহাটীত ডাঙৰ হোৱা অভিজিতৰ চহৰখন গোনতে গাওঁ যেনহে লাগিছিল। পুৰণি যদিও বিশেষ গুৰুত্ব নোহোৱা চহৰখনক বাহিৰৰ জগতখনৰ লগত মাত্ৰ ৰেল লাইনটোৱে সংযোগ কৰিছে। ৰেল ষ্টেচনটোৱে নতুনকৈ বাঢ়ি অহা চহৰখনক দুটা ভাগত ভগাইছে। ষ্টেচনৰ দক্ষিণে এচ, ডি, চি, অফিচক কেন্দ্ৰ কৰি থানা, ডাকঘৰ, হাস্পতাল আৰু সৰু-বৰ বহুতো অফিচ আৰু বাহু আহান আদিক লৈ পুৰণি আৰু ক্ৰমবৰ্দ্ধমান জনবসতিৰে মূল চহৰখন। উত্তৰে প্লাচ ফেক্টৰী, কিছুমান গেৰেজ আৰু গুদামঘৰ, কিছুমান সৰু-বৰ ফেক্টৰীকে লৈ অসংখ্য সৰু-বৰ জুপুৰীৰে দিনে দিনে বাঢ়ি অহা অঞ্চলটো সিপাৰৰ চহৰখনৰ সম্ভ্ৰান্ত মানসিকতাৰ মুখ কামোৰণিৰ বিষয়বস্তু। ঠাইখন বামণীভিঠা বুলি জনাজাত। কোনোবা সন্তানহীন বিধবা বামুণীৰ মাটিত পূৰ্বতে কিছুমান নেপালী মানুহে গৰু-ম'হক খুটি পাতি গাখীৰৰ ব্যৱসায় চলাইছিল। সাতচল্লিশৰ দেশ বিভাজনত দেশৰ মাটি এৰি অহা ছিন্নমূল মানুহৰ দল এটাই পুনৰ জীয়াই থকাৰ আশাৰে ইয়াতে আহি খোপনি পুতিলেহি। লাহে লাহে ৰেল ষ্টেচনৰ বনুৱা, প্লাচ ফেক্টৰী আৰু গেৰেজৰ কৰ্মী, গাঁৱৰপৰা নগৰলৈ কাম বিচাৰি অহা শিক্ষিত, অৰ্দ্ধশিক্ষিত, মানুহৰ ক্ৰমবৰ্দ্ধমান সমাগমে কিছুদিনৰ ভিতৰতে অপৰিকল্পিতভাৱে গঢ়ি উঠা ঠাইখনৰ প্ৰতি মানুহৰ দৃষ্টি আকৰ্ষিত হৈ পৰিল। সচাৰচৰ হোৱাৰ দৰে লগে লগে আৰম্ভ হ'ল নানা

নিষিদ্ধ কাৰ্যৰ পোহাৰ। দুখ-দৈন্য জৰ্জৰিত মানুহখিনিয়ে কিছুমান দাদা-জাতীয় লোকৰ নানা ধৰণৰ উৎপাত-অশান্তিৰ মাজত মুখ গুজি কটাব লগা হ'ল। মদ, জুৱা, পতিতা বৃত্তিৰ পোহাৰ আদিৰ নানা বিষয়ৰ অভিযোগ থানালৈ নিতৌ অহা হ'ল। পুলিচ গৈ দুদিনমান মাৰধৰ কৰি দুটামানক ধৰি লকআপত ভৰাই থোৱাৰ পিছত কেইদিনমানলৈ শান্ত হয়। পাছত পুনৰ আৰম্ভ হয় আন এক অশান্তি। মাজে সময়ে সংবাদপত্ৰত নানা মুখৰোচক কাহিনী, নানা উত্তেজনাপূৰ্ণ কাহিনী বাতৰিত প্ৰকাশ হয়। দুই এক সংবাদদাতাই ঠাইখনৰ অভাৱ-অভিযোগ, পানী আৰু স্বাস্থ্যৰ অব্যৱস্থা, চৰকাৰী অবহেলা আৰু ঘটি থকা নানা অঘটনৰ কথা উত্থাপন কৰে। দুই এখন চিঠিও মাজে মাজে প্ৰকাশ পায়। কিন্তু সিমানতে সকলোৱে নিজৰ কৰ্তব্য শেষ হোৱা বুলি সান্ত্বনা লভি মনে মনে থাকে। কেৱল নিৰ্বাচনৰ সময়ত ঠাইখনে এটা নতুন ৰূপ পায়। নিৰ্বাচনৰ সময়টো যেন ঠাইখনৰ বাবে বসন্ত কাল। বিভিন্ন ৰাজনৈতিক নেতাৰ পদধূলি পৰাৰ আগে আগে ঠাইখনৰ দুৰ্গন্ধময় নলা-নৰ্দমা কিছু পৰিমাণে চাফা হয়; ৰাস্তা-পদুলিত ঠায়ে ঠায়ে দুই এটুকুৰা শিলগুটি পৰে। মাইকত হিন্দী গানৰ হিট সংগীত, বক্তাৰ গগণফলা চিঞৰত ঠাইখনৰ ভৱিষ্যত সম্পৰ্কে নানা আকাশচুম্বী পৰিকল্পনা আৰু উন্নয়নৰ কথা প্ৰকাশ পায়। ৰাতিৰ আন্ধাৰত টকা আৰু মদৰ বটলেৰে ভোট বেচা-কিনা হয়। বহুত আশা লৈ দুখী ৰাইজে নিৰ্বাচনৰ দিনা নিজৰ ভোটাধিকাৰ সাব্যস্ত কৰি মনে ভৱাজনে বিধায়ক, মন্ত্ৰী হ'লে ঠাইখনৰ আৰু নিজৰ উন্নতি হোৱাৰ, অভাৱ অনাটন শেষ হোৱাৰ আশা কৰি ৰোমাঞ্চিত হয়। যথা সময়ত ভোটৰ ফলাফল ওলায়। দুই এদিন গৰম আলোচনা সমালোচনা হোৱাৰ পাছত সকলো শান্ত হয়। বামুণীভিঠা আগৰ ডাষ্টবিন হৈয়ে থাকে। নৰকৰ পৰা সৰগলৈ উন্নতি কৰি দিয়াৰ প্ৰতিশ্ৰুতি দিয়া নেতাসকল আৰু কেতিয়াও সেইমুৱা নহয়। অভাৱ অনাটনবো শেষ নহয়, কৰাৰ চেষ্টাও কৰা নহয় কাৰণ নিৰ্বাচিত প্ৰাৰ্থীসকলেও জানে ভোটাৰ যিমানেই অভাৱী হয় তেওঁলোকক প্ৰলোভিত আৰু প্ৰভাৱিত কৰা সুবিধাও সিমানেই।

এই আটাইবোৰ কথা, বামুণীভিঠাৰ পঙ্কিল জীৱনৰ কাহিনী অভিজিতে তেওঁৰ আগৰজন টাউন ইন্সপেক্টৰ সুশান্ত ৰায়ৰ পৰা শুনিছিল। পুলিচ ডিপাৰ্টমেণ্টত অহাৰ আগতে সুশান্ত কলেজত সাংস্কৃতিক বিভাগৰ সম্পাদক আছিল। গল্প, কবিতা লিখিছিল। তেওঁৰ বুকুৰ মাজত এতিয়াও কোনোবা এঠাইত মানুহৰ এই অৱক্ষয়ৰ প্ৰতি সংবেদনশীল মন এটা এতিয়াও শিল হৈ যোৱা নাই। ট্ৰেনিং পিৰিয়ডত সুশান্ত আৰু অভিজিত একেলগে আছিল। দুয়োৰো মাজত এটা বুজাবুজি আছিল। সেয়ে সুশান্তই যোৱাৰ আগতে অভিজিতক ঠাইখনৰ বিষয়ে নিজৰ মন্তব্যবোৰ জনাই গৈছিল।

হঠাতে গোপালে গাড়ীখন ৰখাই দিয়াত অভিজিতৰ চিন্তাৰ সূত্ৰ ছেদ হৈ গ'ল। সূৰ

উলিয়াই দেখিলে হাবিকেন লেম্পৰ পোহৰেৰে অকন অকন পোহৰ হৈ থকা সৰু সৰু জুপুৰি কেইটামানৰ আগত গাড়ীখন ৰৈছেহি। ঘৰকেইটাৰ আগত ছায়া মূৰ্ত্তিৰ দৰে এজাক মানুহ। হঠাৎ পুলিচৰ গাড়ী দেখি সৰহভাগ মানুহ যেনি-তেনি সোমাই নোহোৱা হ'ল। পাওঁে আৰু সংৰাম ইতিমধ্যে নামিছিল। অভিজিতেও পলম নকৰি নামি আহিল। এটা দুৰ্গন্ধ আহি অভিজিতৰ নাকত লাগিল। ৰবৰ পোৰা গোন্ধ। দূৰৈত কেইজনমান মানুহে টায়াৰ জ্বলাই নবেম্বৰ মাহৰ জাৰ কমোৱাৰ চেষ্টা কৰিছে। প্ৰদূষণ সমস্যা লৈ বৰ বৰ লেকচাৰ জাৰি কৰা পণ্ডিতসকলৰ কথা ভাবি পুতৌ উপজিল অভিজিতৰ।

পাওঁে আগুৱাই আহি থিয় হৈ থকা মানুহটোক কথাটো সুধিলে। ইতিমধ্যে মানুহবোৰ আঁতৰি গৈছিল। এনেবোৰ কথাত সাধাৰণতে পুলিচৰ আগলৈ মানুহ আহিব নোখোজে। এটা ডেকা ল'ৰাই অভিজিতহঁতক 'এইফালে ছাৰ' বুলি বাট দেখুৱাই লৈ গ'ল। সৰু গলি এটাৰে অলপ গৈ ঘৰটো দেখুৱাই দি ক'লে— 'ইয়াতে ছাৰ।'

নিতান্তই চাপৰ ঘৰটোৰ একমাত্ৰ দুৱাৰখনেদি হাউলি অভিজিত সোমাই গ'ল। শক্তিশালী টৰ্চৰ পোহৰত অভিজিতে যি দৃশ্য দেখিলে তেওঁৰ সাহসী বুকুখনো চিৰিং কৰি উঠিল। মাৰলীৰ পৰা ওলমি থকা ছোৱালীজনীৰ জিভাখন আৰু চকুদুটা এনেদৰে ওলাই আহিব খুজিছে যে অভিজিতৰ ভাব হ'ল ছোৱালীজনীয়ে যেন গোটেই পৃথিৱীখনকে চিঞৰিব খুজিছে। এইবাৰ টৰ্চৰ পোহৰত ঘৰৰ চাৰিওফালে চালে অভিজিতে। দৰিদ্ৰতা অভিজিতে নেদেখা নহয়, কিন্তু দৰিদ্ৰতাৰ ৰূপ যে ইমান কদৰ্য্য হ'ব পাৰে তেওঁৰ ধাৰণা নাছিল। ভঙা-চিঙা বেৰত দিয়া জোৰা- তাপলি, এলাজুকলীয়া ঘৰৰ ততোধিক জৰাজীৰ্ণ বস্তু-বাহানিয়ে চৰম দৰিদ্ৰতাৰ কথাকে ঘোষণা কৰিছিল। বেৰৰ কাষত কুচি মুচি বহি আছিল দুজনী গাভৰু ছোৱালী আৰু এটা ডেকা ল'ৰা। সিহঁতৰ গালত চকুপানীয়ে কচাল বান্ধি আছে। আকৌ এবাৰ ওলমি থকা ছোৱালীজনীলৈ চালে অভিজিতে। দেখাতে এটা সাধাৰণ আত্মহত্যাৰ ঘটনা যেন প্ৰতিত হ'ল তেওঁৰ। বহি থকা ল'ৰা-ছোৱালীকেইটা মৃত ছোৱালীজনীৰ বোধকৰো বাই-ভনী আৰু ভায়েক হ'ব।

ডায়েৰীখন উলিয়াই এইবাৰ তদন্ত আৰম্ভ কৰিলে অভিজিতে—

'ঘৰৰ মালিক ক'ত?'

'ছোৱালীজনীয়ে ঘৰৰ ডাঙৰ আছিল ছাৰ'— কাষতে থিয় হৈ থকা মানুহজনে ক'লে। 'দেউতাক'?

'মাক-দেউতাক কেতিয়াবাই মৰিল...কাম-বন কৰি তায়ে ঘৰখন চলাই আছিল।' মানুহজনে আধা বঙালী আধা অসমীয়াত ক'লে।

অভিজিতে মানুহজনলৈ চালে। চল্লিশৰ ওপৰৰ এজন ক্ষীণকায় মানুহ।

'তোমাৰ কি হয়?' উপযাচি কোৱা মানুহটোলৈ তীব্ৰ দৃষ্টিত চাই অভিজিতে সুধিলে।

'মোৰ একো নহয় ছাৰ। কাষৰ ছোৱালী— সদায় দেখা শুনা হোৱা। বৰ ভাল ছোৱালী

আছিল ছাৰ।'

'নিজৰ কোনো নাই নেকি?'

'আছে, সেয়া ভায়েক আৰু সৌ দুজনী ভনীয়েক—' আন এজনে বহি থকা ল'ৰা-ছোৱালীকেইটালৈ আঙুলিয়ালে।

'এই ল'ৰা, নাম কি তোমাৰ?' অভিজিতৰ কথা শুনি বহি থকা ল'ৰাটো থিয় হ'ল—

'মণীষ শৰ্মা ছাৰ।'

'দেউতাৰ নাম?'

'মহাদেৱ শৰ্মা।'

অভিজিত অলপ চমকি উঠিল। নাম দুটা যেন বৰ চিনাকি যেন লাগিল তেওঁৰ।

'ছোৱালীজনী কি হয়'— মৃতদেহলৈ আঙুলিয়াই অভিজিতে সুধিলে।

'বাইদেউ ছাৰ'— কোবাৰ লগে লগে ল'ৰাটোৱে কান্দি উঠিল। লগে লগে শান্ত হৈ বহি থকা ছোৱালী দুজনীয়েও বাউচি জুৰিলে।

'এই মনে মনে থাকাহঁক।' অভিজিতে পুলিচী মেজাজ আনি ক'লে—

'মৰিল কিয়? কিবা গণ্ডগোল আছিল নেকি?'

ল'ৰাটো তলমুৰা হৈ থাকিল।

'নামাতা কিয়?'— কি হৈছিল?'

ল'ৰাটোৱে মুৰ তুলি চালে।

'এটা কুকুৰে বিয়া কৰাম বুলি ফুচুলাই আছিল। এতিয়া সি পলাই গ'ল... তাইৰ সৰ্বনাশ কৰি।'— মানুহটোক পালে যেন কামুৰি খাব এনে ভাবেৰে ল'ৰাটোৱে ক'লে।

'নাম কি বায়েৰাৰ?'

'স্বাতী— স্বাতী শৰ্মা।'

বুকুত এটা প্ৰচণ্ড হাতুৰীৰ কোব পৰা যেন অনুভৱ হ'ল অভিজিতৰ।

'স্বাতী— মহাদেৱ শৰ্মা।'

আকৌ এবাৰ ওলমি থকা ছোৱালীজনীৰ মুখলৈ টৰ্চৰ পোহৰ পেলাই চালে অভিজিতে। সেয়া স্বাতী আৰু সেয়া ছোৱালী দুজনী বোধকৰো বানু আৰু অনু আৰু এয়া মনু মানে মনীষ।'—

অভিজিতৰ মনত অনুভৱ হ'ল মাটিৰ তলৰ পৃথিৱীখন যেন কঁপিছে।

অলপপৰ ৰৈ অভিজিতে মনটো ডাঠ কৰিলে। এজন পুলিচ অফিচাৰৰ দৃঢ়তাখিনি ঘূৰাই আনি মনীষক সুধিলে—

'কিমানলৈ পঢ়িছিলি?'

'ক্লাছ নাইনলৈ। ডাঙৰ দাদাই কলেজত পঢ়োতে হঠাতে ঢুকাল। মাও সেই বেজাৰতে

অলপ দিন পাছতে গ'ল। বাইদেৱে পঢ়া এৰি চিলাইৰ দোকান এখনত সোমাল। তাইনো কিমান কৰিব? তাতে পঢ়িনো কি হ'ব— ময়ো পঢ়া এৰি গেৰেজ এটাতে সোমাই গ'লো। তাইক সি বহুদিনৰপৰা বিয়া কৰাম বুলি ফুচুলাই আছিল—' অভিজিতৰ মাতত মৰমৰ পৰশ অনুভব কৰি ল'ৰাটোৱে কৈ গ'ল—

'সি কোন?'

'তাইৰ লগত একেখন দোকানতে কাম কৰা মানুহ এটা। গোৱালপাৰাৰ মানুহ ৰামচন্দ্ৰ অধিকাৰী— সি হাৰামজাদাই মোৰ বাইদেউক—' আকৌ হাউ হাউকৈ ল'ৰাটোৱে কান্দি উঠিল।

মূৰটো ঘূৰাই অভিজিতে এইবাৰ বাহিৰলৈ ওলাই আহিল। পোষ্ট মৰ্টেম কৰিবলৈ শটো পঠোৱাৰ ব্যৱস্থা কৰি মনীষক এবাৰ থানাত লগ ধৰিবলৈ কৈ অভিজিতে যেন ওলাই আহিব ধৰা চকুপানীখিনি সামৰিবলৈকে লৰালৰিকৈ গাড়ীত বহিলহি। থানা পাই ৰিপোৰ্টটো লিখি ঘৰ পাই বিছনাক এপাক কৰিব অৰ্ডাৰ দি বাথৰুমত সোমাই অভিজিতে বাৰে বাৰে মুখখন ধুই মনৰ অশান্ত ভাবটো দূৰ কৰাৰ চেষ্টা কৰিলে। বিছনাক শুবলৈ কৈ টোপনি মৰাৰ চেষ্টা কৰি বিফল হ'ল অভিজিত। এক অসহ্য যন্ত্ৰণাত বাইজাই কৰা যেন লাগিল। নবেম্বৰ মাহৰ জাৰতো মূৰটো গৰম লগা যেন লগাত দুৱাৰ খুলি বাহিৰলৈ ওলাই আহিল তেওঁ। আকাশলৈ চাই দেখিলে নীলা আকাশত অলেখ তৰাৰ জিলমিল। সেই জিলিকি থকা তৰাবোৰৰ কোনোবা এটা তৰাৰ নাম স্বাতী— স্বাতী নক্ষত্ৰ। এইবাৰ দুচকুৱে মনৰ বেদনাবোৰ নিগৰি আহিল। অভিজিতে চকুপানীবোৰ নমচিলে। অকমান চকুপানীৰ বাহিৰে কিয়েইবা আছে?

অলপ সময় বাহিৰত থাকি অলপ শান্ত হ'লত অভিজিত ভিতৰলৈ গৈ বিছনাত বহিল। টোপনি আৰু অহাৰ আশা নাই। ডিম লাইট জ্বলাই দি তেওঁ অলপ শান্ত হৈ বহি মনটো অতীতলৈ এৰি দিলে।

কিমান দিন হ'ল বাৰু? দহ-বাৰ নে চৈধ্য বছৰ? অভিজিত তেতিয়া অষ্টম শ্ৰেণীৰ ছাত্ৰ। দেউতাক বদলি হৈ চাপৰমুখলৈ অহাত তাতে নতুনকৈ এডমিচন ল'লে। অভিজিতহঁতৰ অভিজিত আৰু ভনীয়েক মইনা। তাৰে লগৰ ল'ৰা হৰিশ শৰ্মা। চোকা শান্ত হৰিশৰ স'তে প্ৰথম সাক্ষাততে বন্ধুত্ব হৈছিল অভিজিতৰ। যেতিয়া গম পাইছিল হৰিশহঁতৰ ঘৰ সিহঁতৰ কাষতে— তেতিয়া সেই চিনাকিয়ে দুয়োটা পৰিয়ালৰ মাজত বন্ধুত্বৰ ডোল এডাল গাঁঠি দিছিল। এই হৰিশৰ ভনীয়েক স্বাতী। চঞ্চল, কথকী, সাগৰৰ দৰে নীলা চকুদুটা নচুৱাই গপাল-গপাল কথা কোৱা ছোৱালীজনীক প্ৰথমতে অহংকাৰী যেন লাগিলেও পাছলৈ অভিজিতে দেখিছিল স্বাতী স্বাতীয়েই। দেউতাক মহাদেৱ শৰ্মাৰ শিক্ষকতাৰ অলপ আয়েৰে টুকটাককৈ ঘৰ চলোৱা স্বাতীৰ মাকৰ সাধাৰণ শাক-পাত

খাই, কম দামৰ কাপোৰ পিন্ধি ডাঙৰ হোৱা স্বাতীৰ আশাৰ টাবাৰটো আছিল আকাশচুম্বী। চকুদুটা নচুৱাই স্বাতীয়ে প্ৰায়ে কৈছিল— তাই পঢ়িব— ইমান ভালকৈ পঢ়িব যেন তাইৰ নাম আৰু ছবি বাতৰিত প্ৰকাশ হ'ব। সকলোৱে আঙুলিয়াই ক'ব — এয়া চোৱা স্বাতী, সঁচাই স্বাতী নক্ষত্ৰৰ দৰেই উজ্জ্বল হ'ল।

তাৰ পাছত হঠাতে এদিন এটা পথ দুৰ্ঘটনাত স্বাতীহঁতৰ দেউতাক মহাদেৱ শৰ্মাৰ মৃত্যু হ'ল। এমাডিমা ল'ৰা-ছোৱালীকেইটাক লৈ স্বাতীৰ মাকে কোনোবা ককায়েক এজনৰ আশ্ৰয় লৈ তাৰ পৰা গুচি আহিল। সিহঁত গুচি অহাৰ পাছত বৰ উদাস লাগি আছিল অভিজিতহঁতৰ। মাইনা ভনীৰ লগত স্বাতীহঁতৰ কথাকে পাতিছিল। প্ৰথম কেইমাহমানলৈ সঘনে চিঠিৰ আদান-প্ৰদান চলি এসময়ত স্তিমিত হৈ বিস্মৃতিৰ সোঁতত হেৰাই গৈছিল সেই সামান্য পৰিচয়ৰ যোগসূত্ৰ।

সেই স্বাতী— নক্ষত্ৰৰ দৰে উজ্জ্বল হ'ব খোজা স্বাতী— বাতৰি কাকতত ছবি প্ৰকাশ হোৱাৰ আশা কৰা স্বাতী — কিয় আজি এনে হ'ল। সংসাৰৰ তিক্ত দৰিদ্ৰতাৰ লগত যুঁজি ভাগৰি পৰি সমাজৰ অবক্ষয়ত জাহ যাব লগা হোৱা স্বাতীৰ এই করুণ পৰিণতিৰ বাবে দায়ী কোন? বাতৰিৰ শিৰোনামাত ঠাই পোৱাৰ যোগ্য স্বাতীৰ মৃত্যুৰ বাতৰি হয়তো ক'ৰবাৰ এচুকত গাভৰুৰ করুণ আত্মহত্যা শীৰ্ষক বাতৰিত ঠাই পাব। কিন্তু কিয় এনে হয়? চিএৰি চিএৰি সকলোকে সুধিবৰ মন গ'ল অভিজিতৰ। জীয়াই থকাৰ তাড়ণাত কাৰোবাৰ লোভৰ বলি হৈ সমাজৰ উঠি অহা মনি-মুকুতাবোৰ এইদৰে বোকাত জাহ যায় কিয়?

'কিবা এটা কৰিব লাগিব'— অভিজিতে মনতে ভাবিলে। 'স্বাতী গ'ল— কিন্তু ৰানু, অনু আৰু মনীষক এনেদৰে নৰকৰ বোকাত লেটি লৈ থাকিব দিব নোৱাৰি। অন্ততঃ সমাজৰ এজন শিক্ষিত নাগৰিক হিচাপে হ'লেও সিহঁতক সুস্থভাৱে জীয়াই থকাৰ পথ দেখুৱাব লাগিব। ৰানু আৰু অনুৱে যেন স্বাতীৰ বাট কেতিয়াও ল'ব লগা নহয়'— অন্ততঃ অভিজিতে ভাবিলে।

'কিন্তু' — লগতে চিন্তা কৰিলে অভিজিতে। 'তাৰ সামান্য শক্তিৰে এটা পৰিয়ালক হয়তো বোকাৰ পৰা তুলি আনিব পাৰিব সি। কিন্তু এনে শত সহস্ৰ স্বাতীহঁতক এই অবক্ষয়ৰ পৰা উদ্ধাৰ কৰিবলৈ জানো কোনোবা অভিজিতহঁত আগবাঢ়ি আহিব? ☐

# অসহনীয়

ঘৰখনৰ অতবোৰ দৰকাৰী-অদৰকাৰী বয়-বস্তুৰ লগতে পুৰণা চাইকেলখনো ষ্টোৰৰুমটোতে আছিল। পেঞ্চন পোৱাৰ আগলৈকে শ্ৰীনাথে সেইখনেৰেই অফিচলৈ যোৱা, অলৈ তলৈ যোৱা, বজাৰ সমাৰ কৰা আদি সমস্ত কাম কৰিছিল। বয়স হোৱা বাবে আৰু ডাক্তৰেও মানা কৰাত শ্ৰীনাথ আজিকালি চাইকেলত নুঠে যদিও চাইকেলখনৰ প্ৰতি তেওঁৰ মোহটো অটুট আছে। এতিয়াও তেওঁ মাহেকে-পষেকে নিজেই সেইখন উলিয়াই চাফ-চিকুণ কৰি, তেল-তুল দি চোতালতে এপাক ঘূৰাই আলফুলে নি ইটো-সিটো বস্তু থোৱা চোতালতে থকা ৰুমটোতে থৈ দিয়ে। তাকে দেখি ল'ৰাইঁতে বাপেকে নুশুনাকৈ চাইকেলখনক মাকৰ সতিনী জোৰা দি খং তুলি ৰং চায়।

একেবাৰে ক'বলৈ গ'লে শ্ৰীনাথ লাখৰ সুখী মানুহ। গাঁৱৰ ল'ৰা শ্ৰীনাথে সাধাৰণ চাকৰি এটা কৰি নিজৰ চেষ্টাতে মালিগাঁৱত তিনিকঠা মাটিৰে ঘৰ দুৱাৰ বান্ধি গুৱাহাটীয়া হ'ল। মুখেৰে নক'লেও এই উন্নতিৰ মূলতে তেওঁৰ ঘৈণীয়েক বুলিয়েই তেওঁ মনতে ভাবে। দৰমহাৰ টকা কেইটাৰে জোৰা মাৰি ল'ৰা-ছোৱালীৰ শিক্ষা-দীক্ষা দিয়াৰ পৰা আটাইবোৰ দায়িত্ব লৈ মানুহজনীয়ে কম কষ্ট কৰিলেনে? ডাঙৰ ল'ৰা অজয়ে বি.এ. পাছ কৰি বেংকত সোমাইছে। সৰুটো উজ্জ্বল ইঞ্জিনিয়াৰ। চাকৰিও ভাল। অ'এন জি চিত। ছোৱালী সুমিত্ৰা আৰু সুমিতাকো মনে পিতে মিলা দুঘৰলৈ উলিয়াই দিয়াৰ পিছতে ল'ৰাইঁতৰো বিয়া পাতি দিছে। বৰ বোৱাৰী অৰ্চনা কামপুৰৰ ফালৰ— শান্ত, নিৰ্জু, ঘৰধৰা ছোৱালী। শ্ৰীনাথে নিজে পচন্দ কৰি অনা ছোৱালী। উজ্জ্বলৰ ছোৱালী গুৱাহাটীৰে। উচ্চ শিক্ষিতা, উজ্জ্বলে নিজে পচন্দ কৰি অনা। ভাল ঘৰ দেখি শ্ৰীনাথইঁতেও আপত্তি কৰা নাই। কিন্তু কেতিয়াবা সৰু বোৱাৰীৰ কথা-বতৰা আৰু ধৰণ-কৰণে শ্ৰীনাথক ভাবিবলৈ বাধ্য কৰায়— আজিকালি শিক্ষাই মানুহক দেমাকী আৰু আত্মকেন্দ্ৰিক কৰি তোলে নেকি? তথাপিও মাক-দেউতাকৰ মৰমে আৰবি ৰখা উজ্জ্বলৰ আপত্তিৰ বাবেই হওক, ইচ্ছা নাথাকিলেও বাঁতাই শ্ৰীনাথৰ যৌথ পৰিয়ালতে মিলিজুলি চলিব লগা হৈছে। সকলো মিলি অজয়ৰ চাৰি বছৰীয়া নাতিটোৰে সৈতে সাতজনীয়া পৰিয়ালটোত শ্ৰীনাথৰ কৰ্তৃত্ব আজিও অবাধ। ঘৰৰ সকলোৰে শ্ৰীনাথৰ কাণ চোৱাইছে খোজটো পাতে।

দুয়ো ল'ৰাৰ দুখন স্কুটাৰ থাকিলেও ইঞ্জিনিয়াৰ উজ্জ্বলে মাৰুতি এখন লোৱা খাটাং কৰি বন্দবস্ত কৰি আছিল। গাড়ী এখন ঘৰলৈ অহাৰ কথাত শ্ৰীনাথো উৎফুল্লিত হ'ল।

নিজে গোটেই জীৱন চাইকেল চলোৱা মানুহৰ ল'ৰাই আজি গাড়ী ল'ব— সেইটো কম কথানে? গতিকে পুৰণা চালিঘৰটোকে ঠিক-ঠাক কৰি সাময়িকভাৱে গেৰেজ কৰিবলৈ হাজিৰা মানুহ এটা লগাই শ্ৰীনাথে দিহা দি আছিল। বহুদিনৰেপৰা এনেয়ে পৰি থকা চাইকেলখন দেখি উজ্জ্বলৰ অনাৱশ্যক জঞ্জাল যেন লাগি আছিল। হঠাতে তাৰ মুখৰপৰা ওলাই গ'ল, 'দেউতাৰো যে কাম, কি দৰকাৰ পুৰণা চাইকেলখন থৈ ঠাইখিনি বন্ধ কৰি থোৱাৰ। এইখনৰ একো কাম নাই, কে.জি হিচাপত বেচি দিলেও লোকচান নাই।' কথাষাৰ শুনাৰ লগে লগে শ্ৰীনাথৰ উৎফুল্লিত হৈ থকা মুখখন ক'লা পৰি কঠোৰ ৰূপ ধাৰণ কৰিলে। লগতে চিএৰি চিএৰি ঘৈণীয়েকক, 'হেৰা শুনিছানে তোমাৰ গুণধৰ পুত্ৰৰ কথা। মই এতিয়া পেঞ্চন পালো নহয়, ময়ো এতিয়া অদৰকাৰী হ'লো বুজিছা। দৰকাৰ হ'লে ঠাই বন্দী কৰি ৰখাৰ বাবে মোকো আবৰ্জনা বুলি দলিয়াই পেলাব এতিয়া' বুলি কটুবাক্যৰে যিখন বলকিবলৈ ধৰিলে পাকঘৰত বোৱাৰীয়েকৰ লগত কিবা কৰি থকা সুশীলাই দৌৰি ওলাই আহিল আৰু কথাটোৰ আঁত লৈ, 'এহ ক'লেইবা এইখন বেচাৰ কথা, তাতে নো কি জগৰটো হ'ল বুলি ক'বলৈহে পালে, শ্ৰীনাথ খণ্ডত একে বাৰে জমদগ্নি হৈ ভাত পানী নাখাও বুলি একেচাৰে বিছনাত উঠিলগৈ। উজ্জ্বলেও দেউতাকক আঘাত কৰাৰ উদ্দেশ্য নাছিল যদিও অভাৱনীয়ভাৱে যিটো ঘটি গ'ল তাৰ বাবে থত্‌মত্ খালে। বাকীবোৰো হতভম্ব হ'ল। আগাহুতে বীতাই, 'মই আগেয়ে কোৱা নাছিলো নে, এনেকৈ থাকিব নোৱাৰি' বুলি উজ্জ্বলক খোঁচ মাৰি কোঠাত সোমাই ভোৰভোৰাই থাকিল।

ৰবৰোৱাৰী অৰ্চনাই বহুত কৈ মেলি সকলোকে ভাতৰ পাতত বহুৱালে যদিও চুকা টেঙাৰে জুতিকৈ ৰন্ধা লাচিম ভাজোনৰ জোলো সকলোৰে মুখত বিস্বাদ লাগিল। অৰ্চনাই বহুত বাৰ কোৱাৰ পিছতো নাখাওঁ বুলি জেদ ধৰা শ্ৰীনাথক আপুনি নাখালে ময়ো নাখাওঁ বুলি লঘোনে ৰ'ব লগা হ'ল।

আবেলিলৈ শ্ৰীনাথৰ খঙটো পৰি আহিল। হঠাতে এনে এটা পৰিস্থিতিৰ সৃষ্টি কৰা বাবে নিজকে দোষী যেনো লাগিল। পেটৰ ভোকটোৰে আমনি কৰাৰ লগতে গোটেই ঘোৰালীজনীকো লঘোনে ৰাখিলে বুলি অপৰাধবোধো হ'ল। কেবাবাৰো 'দেউতা কিবা খাবনে' বুলি সোধা অৰ্চনাক এইবাৰ তেওঁ নিজেই ক'লে, 'চাওঁ মোলৈ চাহ একাপ আনচোন।'

দিনটো লঘোনে থকা শ্ৰীনাথে কিবা খাব পাৰে আৰু আনবোৰে কাৰ্যতঃ একো খোৱা হোৱা নাই বাবেই আবেলিৰ চাহখিনিৰ আয়োজনটো অলপ গধুৰকৈ কৰা হৈছিল। অৰ্চনাই ফুলা লুচি আৰু তৰকাৰীৰে আগবঢ়াই দিয়া থালখন দেখি মুখৰ খংটো পৰি গ'ল। পেটভৰাই চাহ জলপান খাই শ্ৰীনাথে ক'লে, 'তহঁতো একো খোৱা নাই, খাগৈ আৰু বাকীবোৰকো খাবলৈ ক। চাহ খাই উঠি ইয়াতে আটায়ে বহিবিহি। মই তহঁতক কথা দুটামান কম।'

অৰ্চনাক শ্ৰীনাথে অলপ বেছি মৰম কৰে। নিজে খুজি বাঢ়ি অনা বোৱাৰী। অজয়ে পোনতে তাৰ লগত বেংকতে কাম কৰা ছোৱালী এজনী পচন্দ কৰিছিল। পিছে কথাটো শ্ৰীনাথৰ কাণত পৰিল কি নাই, ছুটী লৈ কাকো বৰকৈ একো নকৈ গাঁৱৰ পুৰণা মিতিৰৰ ঘৰলৈ গ'ল। দুদিন পাছত গাঁৱৰপৰা উভতি আহি ক'লে, 'মই অজয়ৰ ছোৱালী চাই আহিছো। তহঁতে গৈ চাবি। অহা সপ্তাহত ভাল দিন এটা আছে। তাক সেইদিনাই আঙঠি পিন্ধাবলৈ যাব বুলি কৈ আহিছো।'

অজয়ৰ আপত্তি, সুশীলাৰ অসন্তোষ আৰু অচিনাকি খোকোট গাঁৱৰ ছোৱালী আনি সকলোৰে হাঁহিয়াতৰ পাত্ৰ নহ'বলৈ দেখুওৱা সুমিত্ৰাহঁতৰ যুক্তি সকলোকে ওফৰাই শ্ৰীনাথৰ হুকুম বাহাল থাকিল। আৰু অৰ্চনা আহি এইঘৰৰ বোৱাৰী হৈ সোমাই পৰিলে। অৱশ্যে শ্ৰীনাথৰ নিৰ্বাচন যে ভুল নাছিল, অৰ্চনাৰ ব্যৱহাৰ আৰু কৰ্মপটুতাই প্ৰমাণ কৰিলে। অচিৰেই অজয়তো বাদেই, গোটেই ঘৰখনৰে মৰমৰ অধিকাৰী হ'ল অৰ্চনা।

দেউতাকৰ কথামতেই চাহ-জলপান খাই অৰ্চনা আহি দেউতাকৰ কাষত মুঢ়াটোতে বহিল। বিছনাখনৰ এমূৰে মুখ ওন্দোলাই সুশীলা আৰু অজয়, উজ্জ্বল আৰু বীতাও থিয় দিলেহি।

সকলোকে কাহ এটা মাৰি তামোলখন মুখত ভৰাই শ্ৰীনাথে ক'লে—'অথনি খং কৰা বাবে তহঁতে মোক বেয়া পাইছ। অৱশ্যে মোৰো ইমান খং উঠিব নালাগিছিল। কিন্তু জাননে এই চাইকেলখন— ই মোৰ বাবে অকল লোহাৰ যন্ত্ৰ নহয়— ইয়াৰ লগত মোৰ জীৱনৰ দীৰ্ঘদিনীয়া সম্পৰ্কই নহয়, মোৰ অন্তৰত এক গভীৰ পাহৰিব নোৱৰা স্মৃতি সাঙোৰ খাই আছে।' কথাখিনি কৈ শ্ৰীনাথ অলপ ৰ'ল। কেৰাহিকৈ চাই থিয় হৈ থকা উজ্জ্বলহঁতক ক'লে, 'আহ আটাইকেইটাই ভালকৈ বহি লহি।'

বাপেকৰ আদেশ পাই কেউটাই বহি ল'লে। নাতিটোও আহি ককাকৰ কোচত বহিল। তাক চুমা এটা খাই শ্ৰীনাথে আৰম্ভ কৰিলে— 'বহুদিন আগৰ কথা। নতুনকৈ চাকৰিত সোমাই গুৱাহাটীলৈ আহিছো। থকাৰ ঠাই নাই। অফিচৰে এজনৰ চিনাকি সূত্ৰে মেচ এটাত থকাৰ ঠাই হ'ল। চাৰিজনীয়া মেচ। তিনিজন চাকৰিয়ালৰ বয়োজ্যেষ্ঠ ব্ৰজেন হাজৈ আৰু এজন কলেজীয়া ছাত্ৰ। ভাত ৰান্ধিবলৈ ব্ৰজেনে যোগাৰ কৰি অনা ল'ৰা এটা। ৰাতিপুৱা পোৱালীটোৱে ৰান্ধি দিয়া ভাতমুঠি খাই ডেৰ মাইল দূৰৰ অফিচ কৰি জুপুকা লগা ভাবটো চাহৰ লগতে ব্ৰজেনদাৰ ঘৰ উৰুৱাই নিয়া হাঁহিত কেনিবা আঁতৰি যায়। গধূলিটো নানা গল্প গুজৱ নাইবা চিনেমা নহ'লে কিবা কিবি বজাৰ-সমাৰ কৰোঁতে কেনেকৈ এটা বছৰ বাগৰি গ'ল গমকেই নাথাকিল।

সিদিনা শিৱৰাত্ৰি আছিল। ল'ৰাটো ঘৰলৈ গৈছিল। ওচৰতে শিৱথানত হোৱা পূজাৰ প্ৰসাদ খাই শোওঁতে ৰাতি এভাগ হ'ল। পুৱা সাৰ পাই দেখো ঘড়ীৰ কাঁটা নটাৰ ঘৰত। মোৰ নতুন চাকৰি। বাটো ভালেমান। গতিকে চাহকাপ খায়ে ওলালো। ব্ৰজেনদাৰ চাকৰি পুৰণা। গতিকে ব্ৰজেনদাই ক'লে, 'আজি মই নাযাওঁ। মই দুপৰীয়াৰ ভাত ৰান্ধিম। দুপৰীয়া কাৰোবাৰ চাইকেল এখনকে লৈ ভাতকেইটা খাই যাবিহি।'

অফিচত দুপৰীয়া বাৰকৈয়ে ভোকটো লাগিছিল। আমাৰ বৰকেৰাণী অমূল্য শৰ্মাই নতুনকৈ চাইকেল এখন লৈছিল। বিশেষ একো নভবাকৈয়ে তেওঁক চাইকেলখন খুজিলো। মোৰ কথা শুনি শৰ্মাই এক বিদ্ৰূপাত্মক সুৰেৰে ক'লে, 'ডেকা ল'ৰা, চাইকেল চলাব খুজিলে নিজে কিনি ল'ব লাগে। বেয়া নাপাবা। মই কাকো চাইকেল নিদিওঁ।' শৰ্মাৰ কথাষাৰ শুনি মোৰ পেটৰ ভোক কেনিবা হেৰাই গ'ল। মনত প্ৰচণ্ড খং উঠিলেও একো নকৈ টেবুলত বহিলোহি। ছুটীৰ পিছত ডেৰ মাইল ৰাস্তা গছকি অৱসন্ন হৈ মেচ পাই দেখো টেবুলত ভাত বাঢ়ি তিনিও মোলৈকে চাই আছে। দুপৰীয়া কিয় নাহিলো সুধিবলৈহে পালে, মোৰ চকুপানী নৰ'ল। মোৰ কথাখিনি শুনি ইহঁত দুজনে দপ্দপাই উঠিল যদিও ব্ৰজেনদাই বিশেষ একো নকৈ মুখ হাত ধুই ভাত খাই ল'বলৈ ক'লে। ভাত পানী খাই পেটটো জুৰ পৰিল যদিও মনটো উতলি থাকিল। আবেলি ব্ৰজেনদাই বজাৰলৈ যাবলৈ লগ ধৰিলে। সকসুৰা বজাৰ কৰি ব্ৰজেনদাই এখন চিনাকি চাইকেল দোকানলৈ লৈ গ'ল। মোক দেখুৱাই ক'লে, 'মোৰ সৰু ভাই। ইয়াৰ পচন্দ মতে ভাল চাইকেল এখন দিয়ক। দাম দৰটোও অলপ চাইচিতি দিব।' মই আপত্তি কৰিব খোজাত দোকানীয়ে নুশুনাকৈ ক'লে, তোক এনেয়ে দিয়া নাইনহয়। লাহে লাহে ধাৰ মাৰিবি। এই মাহত ঘৰলৈ পঠাম বোলা টকা কেইটা পঠোৱা নহ'ল যেনিবা, চলি যাব দে কিবা কৰি। ব্ৰজেনদাৰ পকেটৰ পৰা নগদ দুশ টকা ভৰণি কৰি ৰেলী চাইকেল এখন লৈ মেচ পালোহি। মেচত নতুন চাইকেলখন লৈ যেনিবা সৰু সুৰা উৎসৱ এটা হ'ল। পিছদিনা চাইকেল লৈ অফিচলৈ ওলাওঁতে ব্ৰজেনদাই ক'লে, 'তোৰ বৰ বাবুক নতুন চাইকেলখন দেখুৱাবলৈ নাপাহৰিবি কিন্তু।'

জেদতে হওক বা মৰমতে হওক, ব্ৰজেনদাই ঘৰলৈ পঠোৱা পইচা কিটাৰে মোক চাইকেলখন কিনি দিলে। ময়ো জানিছিলো ব্ৰজেনদাৰ পৰিয়ালটোত এইখিনি টকা কিমান প্ৰয়োজনীয়। যিমান সোনকালে পাৰো টকাখিনি ঘূৰাই দিম বুলি ভাবিলো কিন্তু— ভাগৰ লগাৰ দৰে শ্ৰীনাথ অলপ পৰ মনে মনে ৰ'ল— বুজিছ মাজনী, মোৰ আৰু টকাখিনি ঘূৰাই দিয়া নহ'লগৈ। ঠিক এমাহৰ পিছতে অফিচলৈ যোৱাৰ বাটত মটৰ দুৰ্ঘটনাত ব্ৰজেনদা ঢুকাই থাকিল। আঁঠুত মূৰ গুজি সৰু ল'ৰাৰ দৰে হুকহুকাই কান্দিবলৈ ধৰিলে আঠষঠি বছৰীয়া শ্ৰীনাথ লস্কৰে।

দেউতাকৰ চাইকেলখনলৈ থকা মৰমৰ আঁৰত তেওঁক ভালপোৱা এজন বিদেহী ব্যক্তিৰ নিস্বার্থ মৰমৰ স্মৃতি লুকাই থকাৰ কথা চিন্তা কৰি অতদিনে সকলোৱে চাইকেলখনৰ প্ৰতি দেউতাকৰ মৰমটো উপলুঙা কৰাৰ কথা ভাবি আটাইকেইজন লজ্জিত হ'ল। অৰ্চনা আৰু সুশীলাই আঁচলেৰে চকুপানী মচিলে।

ব্ৰজেনদাৰ পোষ্টমৰ্টেম কৰা ৰক্তাক্ত শৰীৰটো অফিচৰপৰা দিয়া গাড়ীখনেৰে গৈ ভিতৰুৱা গাওঁখন পাওঁতে আবেলি হৈছিল। একমাত্ৰ উপাৰ্জনক্ষম পুত্ৰৰ মৃতদেহ আগত লৈ পিতৃ-মাতৃ আৰু পৰিয়ালৰ কান্দোনৰ সেই হৃদয় বিদাৰক দৃশ্য আজিওচোন মোৰ চকুৰ আগত ভাঁহি আছে। লাহে লাহে শ্ৰীনাথে কৈ গ'ল।

কোনোমতে জোৰা মাৰি নিয়া তিনিশ টকা দেউতাকৰ হাতত দি ক'লো— 'এয়া ব্ৰজেনদাই নিজেই আহি দি যাম বুলি থৈ দিছিল। টকা কেইটা হাতত লৈ বাপেকে মজিয়াতে ঢলি পৰিল। সন্ধিয়াৰ পিছত ব্ৰজেনদাৰ শৰীৰ একুৰা জুইৰ মাজত হেৰাই গ'ল। আহিবৰ সময়ত ব্ৰজেনদাৰ সৰু ভায়েক বলেনে সেৱা এটি কৰি ক'লে, 'দাদা আমি বৰ নিঠৰুৱা। দাদাকো অকালতে হেৰুৱালো। দাদাই আপোনাক বৰ ভাল পাইছিল। আহিলেই আপোনাৰ কথা কৈছিল। আপুনি আমাক নেৰিব। আপুনি আহিলে দাদা অহা যেন লাগিব।'

মই বলেনৰ কথাখিনি ৰাখিছিলো। ব্ৰজেনদাৰ অফিচৰপৰা পাবলগীয়া টকাখিনি পোৱাৰ ব্যৱস্থা কৰা, পাৰিলে ব্ৰজেনদাৰ অকালমৃত্যুত তেওঁৰ ডিপাৰ্টমেণ্টতে বলেনৰ বাবে এটা চাকৰিৰ ব্যৱস্থা কৰা আদি কামত লাগি থাকোতে কেতিয়াযে মই সিহঁতৰ ঘৰৰে এজন যেন হৈ পৰিলো খেয়ালেই নহ'ল।

শ্ৰীনাথ এইবাৰ খন্তেক ৰ'ল। অৰ্চনাই 'দেউতাই পানী এগিলাচ খাব নেকি?' বুলি পানী এগিলাচ দিয়াত ঢকঢককৈ খাই শ্ৰীনাথে আৰম্ভ কৰিলে— তাৰ পিছৰ অধ্যায়টো চমু। ঘৰৰ মানুহে ঠিক কৰা মতে মই তহঁতৰ মাৰক বিয়া কৰালো। তেতিয়া ইয়াত মাটি ঘৰ লোৱাই নাই। বলেনে আহি বিয়াত বহুত খাটি মেলি দিলেহি। ব্ৰজেনদাৰ অফিচত চাকৰিটো নহ'ল যদিও বলেনে ওচৰৰে স্কুল এখনত মাষ্টৰ হ'ল। তাৰ বিয়াতো মই পাৰ্যমানে খাটিখুটি দিলো। বলেনৰ পত্নী কুলমায়ে দাদা বুলি মোক একেবাৰে আপোন কৰি ল'লে। ইতিমধ্যে তহঁত দুটাৰ জন্ম হৈছিল। দুবছৰমান পিছত এদিন গৈ কুলমাইৰ কোচত ফুটফুটীয়া ছোৱালীজনী দেখি কিনো ভাবি এইজনী মই বোৱাৰী কৰি লৈ যাম বুলি কৈ আহিলো। ইতিমধ্যে মালীগাঁৱত মাটি লৈ ঘৰ সাজি পৰিয়ালটো গাঁৱৰপৰা আনি চহৰত থিত লোৱা চাকৰি, তহঁতৰ স্কুল-কলেজ আৰু নানা সাংসাৰিক চিন্তাত অহা যোৱাও বাদ পৰিল। কিছুদিনলৈ আৰ-তাৰ মুখে খা-খবৰ আদান-প্ৰদান চলিছিল যদিও সেয়াও এসময়ত নোহোৱা হৈ গ'ল। হঠাতে অজয়ৰ বিয়াৰ কথা ওলাল। চাওঁতে মোৰ পুৰণি কথাটোলৈ মনত পৰিল। মন ভাগৰিব নোৱাৰি

আলঙে উমানে খবৰ এটাকে কৰো বুলি ঘৰত খাটাং নজনোৱাকৈ কামপুৰ ওলালোগৈ। দেখিলো ভগবানে মোক নিৰাশ হ'বলগীয়া কৰা নাই। কাষৰে স্কুলখনৰপৰা মেট্ৰিক পৰীক্ষা দি উঠা হাঁহিমুৰা ছোৱালীজনীয়ে মোক বৰদেউতা বুলি মাতি মোক আলপৈচান ধৰাৰ ধৰণত মুগ্ধ হৈ মনতে কথাটো খাটাং কৰি বলেনহঁতক মনৰ ইচ্ছাটো জনালো। আপত্তি কৰাৰ থল নাছিলেই। বলেনহঁতে মোৰ প্ৰস্তাৱত আকাশ ঢুকি পোৱা যেন লাগিল। বিয়াৰ খাটাং সিদ্ধান্ত কৰি ঘৰ পালোহি। জানিছিলো ঘৰত প্ৰতিবাদৰ জোৱাৰ উঠিব। উঠিছিলো, কিন্তু মোৰ সিদ্ধান্ত অটল হৈ ৰ'ল আৰু গাঁৱৰ ছোৱালী অৰ্চনা সকলোৰে আপত্তি সত্বেও বোৱাৰী হৈ আহিল।

ইতিমধ্যে অৰ্চনাৰ চকুপানী কান্দোনত পৰিণত হৈছিল। সেইফালে চাই শ্ৰীনাথে নিজকে কোৱাদি ক'লে, 'অথনি খং কৰা কাৰণে তহঁতে মোক বেয়া পাইছ বুজিছো। কিন্তু আজি চাইকেলখনক তেনেকৈ কৈ মোৰ বুকুত অতদিনে পুহি ৰখা ব্ৰজেনদাৰ স্মৃতিৰ সঁফুৰাটোও খোঁচ মাৰি নিদিয়াহেঁতেন মই তহঁতক এইবোৰ কথা কেতিয়াও নকলোহেঁতেন। তহঁতেই কচোন ব্ৰজেনদাৰ সেই অকৃত্ৰিম মৰমৰ দান এই চাইকেলখনক অপমান কৰিলে মই বাৰু সহোঁ কেনেকৈ?' ❑

# অপৰাজিতা

নলিনীয়ে অৰ্পিতাৰ পৰীক্ষাৰ আগে আগে কথাটো শুনিলে একেলগে পঢ়া বান্ধৱী উমাৰ মুখত। ল'ৰাটো অৰ্পিতাতকৈ দুবছৰমান ছিনিয়ৰ অৰ্থাৎ এইবাৰ সি ফাইনেল পৰীক্ষাৰ্থী। দেখাত আৰু পঢ়া-শুনাই ল'ৰাটোৰ ক'তো খুঁত নাই কিন্তু খুঁত হ'ল তাৰ জন্মত। জাতিত নদীয়াল সম্প্ৰদায়ৰ ল'ৰা এটিৰ সৈতে নামজ্বলা গোঁসাই পৰিয়ালৰ জীয়ৰী অৰ্পিতাই যে লেটি-পেটি কৰাটো উচিত হোৱা নাই সেইটো ধ্ৰুৱপ। উমা সঁচা অৰ্থতে নলিনীৰ বান্ধৱী। উমাৰ ককায়েক একেখন বিশ্ববিদ্যালয়ৰে লাইব্ৰেৰিয়ান, তেওঁৰ মুখতে উমাই কথাবাৰ শুনিছিল। কিবা প্ৰকাৰে নলিনীৰ গিৰীয়েক মৌজাদাৰ তথা কলবাগী হিৰণ্য গোঁসাইৰ কাণত জীয়েকৰ কথাটো পৰিলে যে এটা ভাঙৰ অথন্তৰ ঘটিব তাকে অনুমান কৰি উমাই নলিনীক কথাটো কৈ এবাৰ অৰ্পিতাক বুজাই-বঢ়াই মনটো ঘূৰাবলৈ দঢ়াই দঢ়াই কৈ গ'ল।

কথাটো শুনাৰেপৰা নলিনীৰ বুকুৰ মাজত এটা ভয়ে বাঁহ সাজিবলৈ আৰম্ভ কৰিলে। যিমানে সঁচা-মিছা চিন্তাৰ কুটা গোট খালে বাহটো সিমানে ডাঙৰ হ'ল আৰু ভয়ে তাত পোৱালি উমাবলৈ ধৰিলে। নলিনীৰ ভোক নলগা হ'ল, টোপনিত চমকি উঠি বুকুৰ ধপ্‌ধপনি বাঢ়িল, চাহত চেনি আৰু কেতিয়াবা দাইলত নিমখ দিবলৈ পাহৰি দুৰ্বাক্য শুনিব লগা হ'ল। অৰ্পিতাৰ মুখৰপৰা সঁচা কথাটো জনাৰ আগতে কিবা প্ৰকাৰে বাপেক-দদায়েকহঁতৰ কাণত পৰি হ'ব পৰা অঘটনৰ আশংকাত নলিনীয়ে সকলো সময়তে সন্ত্ৰস্ত দিন পাৰ কৰিবলৈ ধৰিলে।

পূজাৰ বন্ধত অৰ্পিতা ঘৰলৈ আহিল। আগৰবাৰ আহোঁতে হোৱাৰ দৰে অৰ্পিতা অহাত ঘৰৰ সকলোৰে মনত আনন্দ লাগিল যদিও মাকৰ মনত যেন ভয় নামৰ পাখি গজা পোৱালিকেইটাৰ ধপ্‌ধপনিহে বাঢ়িল। চেষ্টা কৰিও নলিনীয়ে হাঁহিব নোৱাৰিলে। আৰু আলেঙে আলেঙে অৰ্পিতাৰ গতি-বিধি লক্ষ্য কৰিবলৈ ধৰিলে। কিন্তু তেওঁৰ অনুভৱ হ'ল তাই যেন অধিক বাংচালিহে হৈছে— তাই খুৰীয়েকহঁতৰ আগত নতুন বন্ধু-বান্ধৱৰ কথা কৈ ভাও দি সকলোকে হঁহুৱালে। আনকি অতি গহীন বাপেকৰ মুখতো হাঁহি বিৰিঙা যেন হ'ল। ঘৰৰ দৈনিক পূজাৰ যোগাৰ, পূজাত অহা আলহী-অতিথিৰ আপ্যায়ন কৰা— এনেবোৰ কামত সদাব্যস্ত নলিনীৰ সোধো সোধো বুলিও সুধিবলৈ সময় আৰু সুযোগ ওলোৱা নাই। লগতে ভয়— জানোচা কিবা সোধোতে অৰ্পিতাৰ সৈতে উখনা-উখনি

হৈ তাই মুখ ফুলালে এই পূজাৰ বতৰত সকলোৰে উৰহী গছৰ ওৰ বিচাৰি উলিয়াবলৈ চেষ্টা নকৰাকৈ নাথাকিব। কিবা প্ৰকাৰে সত্য প্ৰকাশিত হ'লে কিযে লংকাকাণ্ড ঘটিব ভাবিলে নলিনীৰ উশাহ বন্ধ হৈ যাব খোজে। খুৰীয়েকহঁতৰ সৈতে পূজা চাবলৈ যোৱাৰ সুযোগতে অৰ্পিতাৰ ছুটকেছ খুলি কিবা উমান পোৱাৰ আশাৰে কিতাপ-বহীৰো পাত লুটিয়াই একো নাপাই কথাটো মিছাও হ'ব পাৰে বুলি নিজকে সান্ত্বনা দিব খুজিলে নলিনীয়ে।

মাক নলিনীয়ে এনেয়েও খুব কম কথা কয়, বাপেকৰ উগ্ৰমূৰ্ত্তিৰ বিপৰীতে সম্পূৰ্ণ ওলোটা মাকৰ মুখখন, অনবৰতে ম্লান হৈয়ে থাকে। তথাপি মাকৰ মুখৰ অস্থিৰতাখিনি চকুত নপৰাকৈ নাথাকিল অৰ্পিতাৰ। প্ৰথমে ভাবিছিল দেউতাকৰ সৈতে কিবা লাগিছে— যিটো সচৰাচৰ হোৱা ঘটনা। কিন্তু ভালকৈ চাই দেখিলে দেউতাকৰ ব্যৱহাৰত বেছি অস্বাভাবিকতা নাই। কিবা এটা দুখে মাকক যেন ভিতৰি পীড়ি আছে— কিন্তু সুধিবলৈয়ো সাহ নহ'ল। সৰুৰেপৰাই মাকৰ মনত এটা অবুজ দুখ আছে বুলি অৰ্পিতাই যেন বুজি উঠিছিল। হোৱাটোও স্বাভাবিক, কাৰণ দেউতাকে কেতিয়াও মাকক ঘৰৰ যাৱতীয় কাম কৰা যন্ত্ৰ এটাৰ বাহিৰে আন ধৰণে ভৰা তাই দেখাই নাই।

লক্ষ্মী পূজাৰ পিছদিনাই অৰ্পিতা ইউনিভাৰচিটিলৈ ঘূৰি যাবলৈ ওলাল। খুৰাক কিবা কামত গুৱাহাটীলৈ যাব লগত অৰ্পিতাও যাব। কিবা এটা মাটি সম্পৰ্কীয় কাম উপলক্ষে সিদিনা অৰ্পিতাৰ দেউতাক ওচৰলৈ যাব লগা হ'ল। সুযোগটো নেহেৰুৱালে নলিনীয়ে। বনোৱা পিঠা আৰু লাৰু কেইটামান দিয়াৰ বাবে কোঠাত সোমাই দেখিলে অৰ্পিতাই কাপোৰ সুমুৱাই আছে। ঘৰৰ বাকীবোৰ গৰাকী নোহোৱাত দিবানিদ্ৰাত।

ঃ অপু। — মাকৰ মাতৰ গাম্ভীৰ্য্যত উচপ খাই উঠিল অৰ্পিতা।

ঃ কি হ'ল, মা?

ঃ তোক কথা এটা সোধোঁ, সঁচা ক'বিনে?

প্ৰশ্নসূচক দৃষ্টিৰে অৰ্পিতাই মাকলৈ চালে।

ঃ কথাটো শুনিছো বাবেই সুধিছো। তই বোলে ল'ৰা এটাৰ লগত বৰকৈ হলি-গলি কৰিছ! আজিকালি সেইটো বৰ ডাঙৰ কথা নহয় বাৰু— কিন্তু ল'ৰাটো হেনো নদীয়াল সম্প্ৰদায়ৰ।

অৰ্পিতা ক্ষন্তেক পৰ তভক মাৰি ৰ'ল। তাই নিজেই মাকক কথাটো ক'ব বুলি ভাবিছিল, কাৰণ নলিনী অকল তাইৰ মাকেই নহয়, বন্ধুও। ঘৰত-স্কুলত ঘটা সকলো

ভাল-বেয়া ঘটনা তাই মাকক অকপটে ক'লেহে ভাত হজম হয়। কিন্তু কম বুলিও অৰ্পিতাই কথাটো কিবা এটা সংকোচৰ বাবে ক'ব পৰা নাই। তাতে পূজাৰ হুলস্থুল।

ঃ কথাটো কোনে ক'লে তোমাক?

ঃ যেয়ে নকওক, কথাটো সঁচানে?

ঃ সঁচা।— অৰ্পিতাই দৃঢ়ভাৱে ক'লে— সঁচা আৰু তাৰ বিষয়ে তুমি শুনা কথাটোও সঁচা। মই তোমাক নিজেই ক'ম বুলি ভাবি আছিলো; কিন্তু মানুহৰ হুলস্থুলত ক'বই পৰা নাই। কিন্তু মই তোমাক এটা কথা কৈ থওঁ, যদি মই কেতিয়াবা বিয়া হওঁ তেন্তে প্ৰিয়ব্ৰত নামৰ সেই নীহকুলীয়া ল'ৰাটোৰ বাহিৰে কাৰো সৈতে নহওঁ, জানিবা।

নলিনী স্তম্ভিত হ'ল। এনেকুৱা বয়সত তেওঁৰ অভিভাৱকক মুখলৈ চাই কথা কোৱাৰ শক্তি নাছিল। অথচ অপুৱে— কেনেবাকৈ যদি দেউতাকহঁতে এই সম্পৰ্কৰ কথা গম পায় তেন্তে কি অঘটন ঘটিব ভাবিলেও বুকুখন কঁপি উঠে নলিনীৰ। দেউতাক হিৰণ্য গোস্বামী মৌজাদাৰ, সঁচা অৰ্থত সামন্ত যুগৰ প্ৰতিভূ। সামান্য অপৰাধতে তেওঁ লগুৱা-হজুৰাক সৌকাৰে কোবোৱা কুব্যৱহাৰ কৰাটো তেওঁৰ বাবে তেওঁৰ পৌৰুষত্বৰ নিদৰ্শন। পত্নীৰ মৰ্যাদা বোলা কোনো কথা তেওঁৰ বাবে চিন্তনীয় নহয়, বৰং বৎ সামান্য ভুল-ক্ৰটিৰ বাবে কটু কথা বাদেই, নলিনীয়ে তেওঁৰ চৰ আৰু সৌকাৰ কোবৰ তিক্ততাৰ কথা এতিয়াও পাহৰা নাই। সম্প্ৰতি বয়সে উগ্ৰতা কিছু কমালেও তেওঁৰ লগত নলিনীৰ বিবাহিত জীৱনৰ প্ৰয়োজন সাপেক্ষে ঘটা নাৰী-পুৰুষৰ সম্পৰ্কৰ বাহিৰে কোনো মানসিক সম্পৰ্ক গঢ় লৈ উঠাৰ পৰিবৰ্তে প্ৰভু দাসীৰ সম্পৰ্কহে বাহাল আছে।

ঃ চা অপু, নলিনীৰ মাতত অদ্ভুত কাৰুণ্য— তই এই পৰিয়ালৰ কথা জানই। তইতো দুখ পাবিয়েই, তোৰ লগতে সেই নিৰপৰাধী ল'ৰাটোৱেও কষ্ট পাব। এতিয়াও একো পলম হোৱা নাই, তই বুজাই ক'বি— সি বুজিব। তোৰ কাৰণে তাৰ জীৱনলৈয়ো বিপদ আহক, সেয়া মই নিবিচাৰোঁ।

মাকৰ কথাই অৰ্পিতাৰ বুকু চেবাই গ'ল। মাকৰ মনত তাইৰ দুখলৈ যিমান চিন্তা তাতোকৈয়ো বেছি দুখ যেন সেই নেদেখা ল'ৰাটোলৈ।

তাই হাঁহিব খুজিছিল,কিন্তু মাকক সাবটি ধৰি কান্দি পেলালে।'তোমাক কেনেকৈ বুজাওঁ মা, মোৰ সমগ্ৰ হৃদয় কেনেকৈ সেই প্ৰিয়ব্ৰত নামৰ ল'ৰাটোৱে অধিকাৰ কৰি পেলাইছে। তাক লগ পালে বুজিলাহেঁতেন কেনেকৈ শ্ৰীকৃষ্ণৰ প্ৰেমত ৰাধা মতলীয়া হৈছিল।

নলিনীয়ে বহুতপৰ তেনেদৰেই অৰ্পিতাক সাবটি ধৰি থাকিল। পিছদিনা দদায়েকৰ লগত অৰ্পিতা গুৱাহাটীলৈ গ'ল। দদায়েক ঘূৰি আহি কিবা কয়হি বুলি নলিনীৰ বুকু ধপ্‌ধপাই থাকিল। ভাগ্য ভাল সি একো গম নোপোৱাকৈ আহিল। নলিনী আশ্বস্ত হ'ল যদিও অৰ্পিতাৰ কথাকেইটাই তাইক শান্তিত থাকিবলৈ নিদিলে। প্ৰিয়ব্ৰতক এবাৰ লগ পাই দুয়োকে কথাবোৰ বুজাই কৈ ভৱিষ্যৎ বিপদমুক্ত কৰাৰ হাবিয়াসে তেওঁক ব্যাকুল কৰি তুলিলে। উমাৰে শৰণাপন্ন হ'ল তেওঁ। উমাই কিবা এটা অজুহাতত গুৱাহাটীলৈ ককায়েকৰ ঘৰলৈ গৈ কামাখ্যা মন্দিৰ আদি চাবলৈ যোৱাৰ প্ৰস্তাবেৰে নলিনীকো ছোৱালীজনীৰ থকা-মেলা চাই অহাৰ বাবে গোস্বামীৰ অনুমতি লৈ সুবিধা এটা উলিয়ালে। সজাৰ চৰাই মুকলি হোৱাৰ উক্‌মুকনিৰে ঘৰৰ যাৱতীয় প্ৰয়োজনীয় বস্তু গিৰীয়েকে হাততে পোৱাকৈ যতনাই নলিনীয়ে উমাৰ লগত গুৱাহাটী অভিমুখী বাছত উঠি বহিল।

অৰ্পিতাই মাক অহাৰ খবৰ পাই বুজি পাইছিল, মাকে অকল তাইৰ খবৰ ল'বলৈকে অহা নাই— তীৰ্থ দৰ্শন আৰু তাইক লগ কৰাটো বাহানাহে— প্ৰকৃত কথা প্ৰিয়ব্ৰতৰ লগত এই বিষয়ে হেস্ত-নেস্ত কৰা। তাই মাকহঁতক লগ পাবৰ কাৰণে উমাৰ ভায়েকৰ ঘৰতে ৰৈ আছিল। বুধীন গোস্বামী আৰু পৰিবাৰক মামা-মামী বুলি মতা অৰ্পিতাৰ তেওঁলোক লোকেল গাৰ্জেনো। সেইদিনা ৰাতিটো নলিনী উমাৰ লগতে থাকি পুৱা কামাখ্যা আৰু উমানন্দ চালেগৈ। পিছদিনা অৰ্পিতাই হোষ্টেললৈ নিবলৈ অহাত বুদ্ধিমতী উমাই দেওৰেকৰ ঘৰলৈ যোৱাৰ অজুহাতত নলিনীক অকলেই পঠালে। নলিনীয়েও পেটে পেটে উমাক শলাগিলে। যুদ্ধখন মাক আৰু জীয়েকৰ মাজৰ, তাত উমাক ভাগ দিব নোৱাৰি।

অট'ৰপৰা নামি হোষ্টেললৈ সোমোৱাৰ বাটত অৰ্পিতাৰ চিনাকি কেবাটাও ল'ৰা-ছোৱালীয়ে অৰ্পিতাক মাত দি মাকক নমস্কাৰো দিলে। অলপ আঁতৰত থকা হোষ্টেলটোলৈ আঙুলিয়াই দেখুৱাই অৰ্পিতা কিন্তু আওপকীয়াকৈ আগুৱাই গ'ল। কৃষ্ণচূড়া গছ এজোপাৰ তলত ল'ৰা এজন ৰৈ আছিল। অৰ্পিতাই তাৰ ফালে চাই ক'লে— 'মা'। ল'ৰাজন আগবাঢ়ি আহি নলিনীৰ ভৰি চুই সেৱা কৰিলে। মূৰত হাতখন থৈ নলিনীয়ে ল'ৰাটোলৈ লক্ষ্য কৰিলে। উজ্জ্বল শ্যামবৰ্ণৰ যথেষ্ট ওখ, পাহোৱাল চেহেৰা। ঢৌ খেলোৱা চুলি, অপূৰ্ব মায়া সনা এযোৰ উজ্জ্বল চকু। গঢ়িত নাকৰ তলত মিহি গোঁফৰ ৰেখাই যেন যৌৱনৰ দৃঢ়তা প্ৰকাশ কৰিছে।

ঃ মা, এয়া প্ৰিয়ব্ৰত। — নলিনীয়ে ঠিকেই অনুমান কৰিছিল। হাঁহিৰ খুজিও নলিনীৰ হাঁহিটো যেন নোলাল।

ঃ তোমাৰ কথা অপুৰ মুখত শুনিছো।

প্ৰিয়ব্ৰতে সংকোচৰে হাঁহিলে।

ঃ তোমাৰ ঘৰ ক'ত? ঘৰত কোন কোন আছে?

— একো সুধিবলৈ বিচাৰি নাপাই নলিনীয়ে সুধিলে।

ঃ মোৰ ঘৰ মঙলদৈৰপৰা অলপ দূৰত কাজলীজানত। মা সৰুতে ঢুকাল। দেউতা আৰু আইতাই আমাক ডাঙৰ কৰা। এজনী বাইদেউ, তাইক ঘৰৰ ওচৰৰ গাঁৱতে বিয়া দিয়া হৈছে। ভিনদেউ হাইস্কুলৰ মাষ্টৰ। আপোনাক দেখি মোৰ হেৰোৱা মাক দেখা যেন লাগিছে।

ল'ৰাটোৰে কথাবোৰ বৰ সুন্দৰকৈ কয়। অৰ্পিতাই মাজতে আঁত ধৰি ক'লে— ইয়াতেই থিয় হৈ কথা পাতিবানে? ব'লা এনে এখন ঠাইলৈ যাওঁ য'ত বহি কথা পতাও হ'ব, মাৰো নতুন ঠাই চোৱা হ'ব।

অৰ্পিতাৰ চকুলৈ দুয়ো জিজ্ঞাসু দৃষ্টিৰে চালে যদিও মুখত দুআলিৰ হাঁহি এটা লৈ অৰ্পিতা গে'ট অভিমুখে আহিল আৰু আহি থকা খালি অট' এখন চিঞৰি মাতিলে। মাক আৰু প্ৰিয়ব্ৰত অহাৰ আগেয়েই অট'চালকৰ লগত কথা পাতি মাক আৰু প্ৰিয়ব্ৰতক উঠিবলৈ মাতিলে।

ঃ ক'লৈ যাবনো?— মাকৰ প্ৰশ্নত অৰ্পিতাই হাঁহিলে— 'তোমাৰ বাবে চাৰপ্ৰাইজ।'

নলিনীৰ দুয়োকাষে অৰ্পিতা আৰু প্ৰিয়ব্ৰত বহিল। জালুকবাৰী চকৰপৰা ইঞ্জিনিয়াৰিং কলেজৰ বাটেৰে আগুৱাই গৈ থাকিল অট'খন। ভালেমান দূৰ গৈ বালাজী মন্দিৰৰ কাষত ৰ'লহি। ভাড়াটো দি অৰ্পিতাই অট'খন বিদায় দিলে।

ঃ মা, এয়া বালাজী মন্দিৰ। ইয়াতে অলপ বহিম। —তিনিও মন্দিৰবোৰ ঘূৰি ঘূৰি কিছুসময় চালে। 'এতিয়া মানুহৰ ভিৰ নাই, গধূলিহে বৰ ভিৰ বুলি' কৈ অৰ্পিতাই ডাঙৰ গছ এডালৰ তললৈ আহি বেগৰপৰা বিছনা চাদৰ এখন উলিয়াই পাৰি দি ক'লে— 'বহা মা— প্ৰিয়, বহোঁ আহা' মুকলি আকাশৰ তলত বহুত দিনৰ মূৰত বহি নলিনীৰ মনটো মুকলি লাগিল। প্ৰিয়ব্ৰতে সংকোচেৰে থিয় হৈ থকা দেখি নলিনীয়ে ক'লে— 'বহা তুমিও।' প্ৰিয়ব্ৰত বহিল। সৰুতে মাক হেৰুওৱা ল'ৰাটোলৈ নলিনীৰ মনটো মমতাৰে ভৰি গ'ল। তথাপি মনটো কঠোৰ কৰি ল'লে তেওঁ।

ঃ শুনিছো তুমি হেনো পঢ়া-শুনাত বৰ চোকা ল'ৰা। পৰীক্ষাৰ পিছত কি কৰিম বুলি ভাবিছা?

ঃ কেম্পাছ ইন্টাৰভিউত মই উইপ্ৰ কোম্পানীত ট্ৰেইনিঙৰ সুবিধা পাইছোঁ। পৰীক্ষাৰ পিছতে বাংগালোৰত ছমাহ ট্ৰেইনিং, পিছত কোনো এখন ঠাইত এপইন্টমেন্ট হোৱাৰ কথা। অহা সপ্তাহতে মই তালৈ যাম। যোৱাৰ আগতে আপোনাক লগ পাই বৰ ভাল লাগিল।

কোমল হ'ব খোজা মাতটো কঠোৰ কৰি নলিনীয়ে ক'লে— 'তোমাক দুটামান কথা ক'ম— কথাকেইটা কঠুৱা হ'লেও সঁচা। বেয়া পাবা নেকি?'

প্ৰিয়ব্ৰতে মূৰ জোঁকাৰিলে। নাপাও।

ঃ অপুৱে কৈছে তাই তোমাক ভাল পায়। তাই বিয়া তোমাৰ লগতেই পাতিবলৈ দৃঢ় প্ৰতিজ্ঞ। তুমি কি ভাবা এই বিষয়ে?

প্ৰিয়ব্ৰতে লাজকুৰীয়াকৈ হাঁহিলে— অপুক পালে মোৰ জীৱনলৈ পূৰ্ণতা অহা বুলি ভাবিম। মই ভাবো অপুক গোটেই জীৱন মৰমত বুৰাই ৰাখিবলৈ মোৰ মৰমৰ অভাৱ নহ'ব।

নলিনী চমকি উঠিল— কি দৃঢ় প্ৰত্যয় ল'ৰাটোৰ মাতত।

ঃ তুমি জানানে— আমাৰ সমাজত সামাজিক ব্যৱস্থাত কিছুমান কঠোৰ নীতি-নিয়ম আছে, যিবিলাকক আমাৰ পৰিয়ালত নিষ্ঠাৰে পালন কৰা হয়। আমাৰ পৰিয়ালটো অকল নৈষ্ঠিক ব্ৰাহ্মণ পৰিয়ালেই নহয়, সামাজিক প্ৰতিপত্তিতো আঢ্যৱন্ত। অপুৰ দেউতাক যেনে জেদী তেনে অহংকাৰীও। সমাজৰ যিটো কুলত তোমাৰ জন্ম সেই কুলত তেওঁ অপুক তোমালৈ বিয়া দিয়াটো দূৰৰ কথা, তেনে কথা গম পালে অপুক কাটিবলৈও কুণ্ঠাবোধ নকৰে, লগতে তোমাৰো অঘটন ঘটাবলৈ কাৰ্পণ্য নকৰে। গতিকে মই তোমালোকক কাবৌ কৰিছোঁ তোমালোকে এই সংকল্প ত্যাগ কৰা। তোমালোকৰ প্ৰেম আৰু নিষ্ঠাত মোৰ আস্থা আছে। কিন্তু প্ৰেম বুলিলে বিবাহেই তাৰ পৰিণতি হ'ব লাগিব বুলি কথা নাই। ওবে জীৱন তোমালোকৰ বন্ধুত্ব অক্ষুণ্ণ থাকক। মই জানো অপুও বাপেকৰ দৰে জেদী। তুমি মোক মা বুলিছা, সেই অধিকাৰতে মই তোমাৰ ওচৰত তাইৰ জীৱন ভিক্ষা কৰিছোঁ।

প্ৰিয়ব্ৰতে কৰুণভাৱে নলিনীলৈ চালে, আৰু পিছত অৰ্পিতালৈ। তাৰ মনৰ মাজত দোমোজাৰ ধুমুহা।

এইবাৰ গৰ্জি উঠিল অৰ্পিতাই— তুমি এইবোৰ কথা শুনাবলৈকে আহিলা নেকি? মই ভাবিছিলোঁ, তুমি প্ৰিয়ৰ সৈতে চিনাকি হৈ তাৰ মাজত থকা ভালখিনি অনুভৱ কৰিবা।

তাৰ কবিতা আবৃত্তি শুনি তুমি ভাবিবা— তোমালোকে, তোমাৰ সমাজে বান্ধি লোৱা জাতি-ভেদৰ নীচ সীমাৰেখাডালতকৈ মানুহ কিমান উচ্চ হ'ব পাৰে। কিন্তু তুমিও যে দেউতাৰ প্ৰতিভূ হৈ আছিছা তাক মই ভবাই নাছিলোঁ।

অৰ্পিতাৰ কথাত ক্ষুণ্ণ হ'ল নলিনী— দেউতাৰে এইবোৰ কথা গম পালে মই নাহি তেওঁ নিজে আহিলহেঁতেন আৰু কিবা এটা অঘটন ঘটাই তোক ঘৰলৈ লৈ গ'লহেঁতেন। দেউতাৰে গম পোৱাৰ আগতে তহঁতৰ যাতে কোনো বিপত্তি নহয়, বিশেষকৈ তোৰ কাৰণে এই নিৰীহ ল'ৰাটো বিপদত নপৰে, মই তাৰ বাবেহে আহিছোঁ।

ঃ দেউতাৰ বুৰ্জোৱা মেন্টেলিটি সদায় নচলে। কত হিন্দু-মুছলমানৰ বিয়া সম্প্ৰতি সাপেক্ষে হ'ব ধৰিছে। বিলাতৰ মেমনী আনিলে তোমালোকৰ জাতৰ ক্ষতি নহয়। অথচ আমি দুয়ো একে হিন্দু পৰিয়ালৰ সন্তান। কি যে বুৰ্জোৱা চিন্তাধাৰা তোমালোকৰ।

এইবাৰ কথা ক'লে প্ৰিয়ব্ৰতে— অপু, ভাষণ দিলেই সমস্যাৰ সমাধান নহয়। মায়ে কি কৈছে বুজিবলৈ চেষ্টা কৰা। এইবোৰ কথাৰ সত্যতা আমি জন্মৰেপৰা উপলব্ধি কৰি আহিছোঁ। গাঁৱত উচ্চবৰ্ণ বন্ধুৰ ঘৰলৈ গ'লে বা বিয়া-বাৰুত গ'লে আমাক সুকীয়াকৈ খোৱা-লোৱাৰ দিহা কৰা— আনকি পুৰোহিতে নিৰ্মালিৰ ফুলথোপা ওপৰৰপৰা দিয়া আমি আমাৰ প্ৰাপ্য বুলিয়েই মানি আহিছোঁ। সেই বাবেই তুমি কেতিয়াবা মনত দুখ পোৱা বুলিয়েই মই তোমাৰ সৈতে বন্ধুত্ব পতাৰপৰা নিজকে আঁতৰত ৰখাৰ প্ৰযত্ন কৰিছিলোঁ।

ঃ তুমি এটা কাপুৰুষ। ঠিক দেউতাৰ দৰে পুৰণি মনোবৃত্তিৰ। সমাজৰ এই অবিচাৰৰ প্ৰতি তোমাৰ কোনো প্ৰতিবাদ নাই?

ঃ প্ৰতিবাদ সবলেহে কৰিব পাৰে— দুৰ্বলে সদায় মাৰ খায়ে জীয়াই থাকে। প্ৰিয়ব্ৰতে ম্লানভাৱে হাঁহিলে।

ঃ ঠিক আছে, প্ৰতিবাদ বাৰু মইয়েই কৰিম। তুমি মোৰ লগত থিয় দিবানে পলায়ন কৰিবা?

ঃ নেত্ৰীৰ আদেশ হ'লে মই বুকুত গুলি খাবলৈয়ো প্ৰস্তুত। এইবাৰ প্ৰিয়ব্ৰতে ডাঙৰকৈ হাঁহি দিলে। 'ধেমালি নকৰিবা, মোৰ খং উঠিছে'— বুলি খং কৰিবলৈ ওলোৱা অৰ্পিতাই প্ৰিয়ব্ৰতৰ হাঁহি থকা মুখখন দেখি কিবা ভাবি হাঁহি পেলালে। সিহঁতৰ হাঁহি দেখি নলিনীৰো হাঁহি উঠিল। তিনিওৰে মনৰ গ্লানিবোৰ হাঁহিয়ে উৰুৱাই নি পৰিৱেশটো শান্ত কৰি তুলিলে।

এইবাৰ অৰ্পিতাই প্ৰিয়ব্ৰতৰ কাণে কাণে কিবা ক'লে। প্ৰিয়ব্ৰত উঠি গ'ল আৰু অলপ পিছতে এটা মোনাত কিবাকিবি লৈ আহিল। অৰ্পিতাই মোনাটো খুলি তিনিখন পেপাৰ প্লেট উলিয়ালে। নলিনীয়ে 'কি কৰ' বুলি সোধাত 'তোমাৰ ভোক লগা নাই, মা? মোৰ হ'লে বিৰাট ভোক লাগিছে' বুলি পেকেটৰপৰা মিঠাই, নিমকি আৰু একোটাকৈ জিলাপী সজাই দি ক'লে— 'খোৱা মা, প্ৰিয় আৰম্ভ কৰা' বুলি নিজহে জিলাপী এখন মুখত ভৰালে।

নলিনীয়ে নিজৰ ভাগৰপৰা কিছু কিছু বস্তু দুয়োৰে প্লেটলৈ দিলে। খোৱাৰ পিছত প্লেটবোৰ সামৰি অৰ্পিতাই বেগত ভৰাই ল'লে বাহিৰত পেলাব বুলি। তাৰ পিছত প্ৰিয়লৈ চাই ক'লে— 'প্ৰিয়, গান এটা গোৱাচোন— সেইযে 'বন্ধু মেলি দে তোৰ —দুখৰ দুখনি হাত'— জানা, মায়ে এইটো গান বৰ ভাল পায়।' নলিনীয়ে সংসাৰত গান গোৱা দুৰৈৰ কথা শুনাবো পৰিৱেশ নাই। হয়তো কোনো নিবিড় মুহূৰ্তত বুকুৰ আবেগ গুণগুণনি হৈ মুখ ওলাই আহিছিল আৰু তাক মনত ৰাখিছে অৰ্পিতাই। অৰ্পিতা যেন নলিনীৰ জীৱনৰ দুখৰ বোকাত ওপজা এক পদুম ফুল।

প্ৰথমে প্ৰিয়ব্ৰতৰ মাজত অলপ লাজ আৰু আড়ষ্টতা আছিল। তাৰ পিছত তাৰ প্ৰাণ ঢালি গোৱা 'বন্ধু মেলি দে তোৰ.....' সুৰৰ মায়াত নলিনীৰ বুকুৰ মাজত যেন এখন নীলা আকাশ ঢৌৱাই উঠিল এজাক নীড়মুখী চৰাইৰ কাকলিৰে। দুচকুত বৈ আহিল অশ্ৰুৰ প্লাৱন। কাৰ মুখৰ ছাঁ দেখিছে নলিনীয়ে প্ৰিয়ব্ৰতৰ মুখত? কাৰ সুৰে বুকুৰ মাজৰপৰা উঠি আহি আলোড়িত কৰি তুলিছে তেওঁৰ হৃদয়? কিমান দিনৰ আগৰ কথা বাৰু? তিনিটা দশকৰ আগৰ কথা হ'লেও যেন কালি ঘটা ঘটনাহে। হাইস্কুলৰ ডেওনা পাৰ হৈ অলপ আঁতৰৰ স্থানীয় কলেজখনতে প্ৰথম বাৰ্ষিকত পঢ়িবলৈ লৈছিল। বান্ধৱী চাৰুৰ লগত কলেজলৈ যাওঁতে অলপ নিজান ঠাই এজোখৰত প্ৰায়ে কেইটামান উদণ্ড ল'ৰাই অশালীন কথা কৈ জোকোৱাৰ চেষ্টা কৰিছিল। এদিন পিছ লৈ কলেজৰ গে'টৰ ওচৰ পাইছিল। গে'টৰ ওচৰতে বৈ আছিল তৃতীয় বাৰ্ষিকৰ ছাত্ৰ, দেখাই-শুনাই সুন্দৰ, কলেজৰ বেষ্ট এথেলিট আৰু বিভিন্ন বাদ্য বজোৱাত ওস্তাদ ল'ৰা পৰমা মজুমদাৰ। চাৰুৱে লৰি গৈ পৰমাক কিবা ক'লে। পৰমা আগবাঢ়ি আহি সিহঁতক কিবা সোধাত সিহঁতেও ফেপেৰি পাতি ধৰিলে। তাৰ পিছত পৰমা আৰু দুজনমান কলেজৰ ল'ৰাৰ হাতত সিহঁতৰ যি বিলৈ হ'ল, ভাবিলে হাঁহিও উঠে, দুখো লাগে। সেয়ে চিনাকি। কেনেকৈ যে সেই চিনাকিটো বুকুৰ মাজলৈ সোমাই আহিল। ইজনে-সিজনক এদিন নেদেখিলে এযুগ নেদেখা যেন লগা, কলেজৰ পিছতো আলেঙে আলেঙে লগ ধৰা, চিঠিৰ আদান-প্ৰদান— সচৰাচৰ ঘটিব লগা সকলো ঘটিল। কথাটো গোপনে নাথাকিল। উচ্চ বংশৰ

ব্ৰাহ্মণ কন্যাৰ লগত নিম্নবৰ্ণৰ ল'ৰাৰ হুলিগলি— সমাজৰ চকুত অনৈতিক যেন লগা কথাটো অচিৰে ঘৰতো বাষ্ট্ৰ হ'ল। বাপেকৰ চৰ-থাপৰ, মাকৰ শাও-শপনি, খুড়াকহঁতৰ ককৰ্থনাৰ মাজত গৃহবন্দী নলিনীৰ এমাহৰ ভিতৰতে বিয়া ঠিক কৰা হ'ল। নলিনীয়ে আত্মহত্যা কৰাৰ কথা ভাবিছিল। পৰমাক এখন চিঠিৰে মাতি পলাই যোৱাৰ সিদ্ধান্তও ল'ব খুজিছিল, কিন্তু সেয়াও সম্ভৱ হৈ নুঠিল। বান্ধৱী চাকৰো ঘৰলৈ অহা বন্ধ কৰি দিয়া হৈছিল। সেই দুঃসময়ত নলিনীৰ একমাত্ৰ সান্ত্বনা আৰু চেনেহৰ আশ্ৰয়স্থল আছিল আইতাক। চিৰদিন সামাজিক নিপীড়নৰ বলি এই অশীতিপৰ নাৰীগৰাকীয়ে নাতিনীৰ এই প্ৰেমত একো অবৈধতা বিচাৰি পোৱা নাছিল। কিন্তু তেওঁ নিজেই ইমান অসহায় আছিল যে পুতেকহঁতৰ আগত নিজৰ মত প্ৰকাশৰ স্বাধীনতাও নাছিল। মাত্ৰ দুৰ্ভগীয়া নাতিনীজনীক বুকুত সাবটি ধৰি চকুপানীৰে সহমৰ্মিতা প্ৰকাশ কৰিছিল। যথাসময়ত হোমৰ গুৰিত বহি এজনৰ পত্নী হৈ স্বামীগৃহলৈ ওলাই আহিছিল নলিনী। নৰকসদৃশ লগা ঘৰৰ পৰিৱেশৰপৰা ওলাই যাব পৰাটোৱেই নলিনীৰ বাবে সেই সময়ত যেন অত্যন্ত প্ৰয়োজনীয় হৈ পৰিছিল। কিন্তু নতুন ঘৰলৈ আহি নলিনীয়ে আদব-কায়দাৰপৰা দুদিনতে বুজিলে তিৰোতা এই ঘৰতো আঁঠুৱা তলৰ মহ। স্বামী ইয়াত প্ৰিয়তমৰ নহয় শাসনকৰ্তা প্ৰভুৰ ভূমিকাতহে অৱতীৰ্ণ। তাতোকৈও যে ভয়ংকৰ দুঃসংবাদে নলিনীলৈ অপেক্ষা কৰি আছিল, সেয়া নলিনীৰ সপোনৰো অগোচৰ আছিল। আঠমঙলাৰ বাবে স্বামীৰে সৈতে ঘৰলৈ আহিছিল নলিনী। ঘৰখনত সকলোৰে মুখত থমথমীয়া ভাব— তাইৰ নিজৰো কাকো মাতবোল কৰাৰ আগ্ৰহ নাছিল। ঘৰৰপৰা কিছু আঁতৰত গা ধুবলৈ যাওঁতে কথাষাৰ কৈছিল মাহেন্দ্ৰীয়ে। তাইক সৰবেপৰা একৰকম তুলি-তালি ডাঙৰ কৰা মানুহজনীয়ে বৰ মৰম কৰিছিল।

ঃ কথাষাৰ শুনিছেনে? —ইফালে-সিফালে চাই সাৱধানে মাহেন্দ্ৰীয়ে ক'লে।

ঃ কি কথা?

ঃ ক'বলৈ বেয়াই লাগিছে, হ'লেও কথাটো তাই জনা উচিত। — তাৰ পিছত ফুচফুচাই মহেন্দ্ৰীয়ে যি ক'লে নলিনীয়ে চৌদিশ অন্ধকাৰ দেখিলে।

নলিনীৰ বিয়াৰ দুদিন পিছত হাত-ভৰি ভঙা মৃতপ্ৰায় অৱস্থাত পৰমাক পানীখুলীত পোৱা গৈছিল। মানুহে হাস্পতাল পোৱাইছিলগৈ। কিন্তু..........।

ঃ কিয় কিয়? কি অপৰাধ আছিল তাৰ?

নলিনী পৰি যাব খোজা দেখি সাবটি ধৰিছিল মাহেন্দ্ৰীয়ে।

বিয়াৰ কেইদিনমান আগতে তাইক লগ পাবলৈ আহিছিল পৰমা। দেউতাকহঁতে তাক চুইহে নিকিলালে সেইদিনা। বিয়াখনত একো বাধা নহওক বুলিয়ে হয়তো। কিন্তু বিয়াৰ পিছদিনাই, মাহেন্দ্ৰীয়ে আঁচলেৰে চকু মচি ক'লে— কি কাৰ্তিক যেন চেহেৰাৰ ল'ৰাটো। এনে অপঘাটে মৰিবলৈ আহিছিল। পুলিচো আহিছিল বুজিছ আই। কিন্তু যেনেকৈ আহিছিল, তেনেকৈয়ে জা-জলপান খাই হাঁহি হাঁহি ওলাই গৈছিল।

নলিনীয়ে চৌদিশে আন্ধাৰ দেখিছিল। তাইৰ অৱস্থা দেখি মাহেন্দ্ৰীয়ে ভয় খাইছিল।

ঃ দহোকুৰি আই, তোক জনোৱাটো মোৰ কৰ্তব্য বুলিহে জনালোঁ। তই মোৰ কথা কৈ বিপদত নেপেলাবি।

কথা কোৱা দূৰৰ কথা, কাৰো মুখলৈকে চোৱা নাছিল নলিনীয়ে। এক নৰহত্যাকাৰী পৰিয়ালৰ প্ৰতি ঘৃণাত তিক্ত হৈ উঠিছিল মন। বাঢ়ি দিয়া সুস্বাদু ভাত আঙ্গাত কাবোৱাৰ তেজ সিঁচৰতি হৈ আছে যেন লাগিছিল। একো মুখত নিদিয়াকৈ মাত্ৰ আইতাকৰ হাতৰ গাখীৰ এগিলাছ খাই স্বামীৰ লগত নিৰবে উভতি আহিছিল। তাৰ পিছত নিতান্ত ৰীতি-নীতিৰ খাতিৰত দুই-এবাৰ ঘৰলৈ যাবলগীয়া হ'লেও আইতাকৰ মৃত্যুৰ পিছত কোনো সম্পৰ্ক ৰখা নাছিল পিতৃগৃহৰ লগত। স্বামীৰ কঠোৰ ব্যৱহাৰ, শাহু-শহুৰ, দেওৰ-ননদে ভৰা ঘৰৰ যাবতীয় কৰ্তব্য পুৱতিৰেপৰা ৰাতি দুপৰলৈকে যন্ত্ৰৰ দৰে পালন কৰি নিজকে এক স্বনিৰ্বাসিত কয়দীৰ দৰে ঘৰৰ আবেষ্টনীতে বন্দী কৰি ৰাখি নলিনীয়ে মনত সান্ত্বনা লভিছিল। যেন কাবোৱাৰ সুন্দৰ জীৱন এটা ধ্বংস কৰাৰ অপৰাধত এয়া তাইৰ অৱশ্য প্ৰাপ্ত শাস্তি। স্বামীৰ প্ৰয়োজন সাপেক্ষে জৈৱিক তাড়নাত সহাৰি দিয়াৰ বাহিৰে কোনো আবেগিক সম্পৰ্ক গঢ়ি উঠাৰ পৰিবেশো নাছিল। তাৰ মাজতে জন্ম হৈছিল কবিতা-পূৰ্ণেন্দুৰ আৰু দহবছৰৰ পিছত আহিল অৰ্পিতা। কবিতা শান্ত-শিষ্ট নিৰ্জু স্বভাৱৰ, পূৰ্ণেন্দু বাপেকৰ দৰে স্বাৰ্থপৰ আৰু মেজাজী আৰু অৰ্পিতা যেন ইহঁতৰকৈ সম্পূৰ্ণ বেলেগ। সৰুৰেপৰা পঢ়া-শুনা, নাচ-গানত সকলোতে আদৰ বোটলা ছোৱালীজনী যেনে গুণী, তেনে জেদীও। বহুক্ষেত্ৰ ত তাইৰ জেদৰ আগত বাপেকো সৈমান হ'ব লগা হৈছিল। বি.এ. পাছ কৰাই যথেষ্ট বুলি বাপেকে ক'লেহে, এম.এ. পঢ়িবলৈ ছোৱালীজনীয়ে এনে জেদ ধৰিলে যে তাইক পঢ়িবলৈ গুৱাহাটীলৈ পঠিয়াবলৈ বাধ্য হ'ল। তালৈকে ঠিকে আছিল; কিন্তু প্ৰিয়ব্ৰত ল'ৰা মানুহ। সামাজিক ৰীতি-নীতিৰ জ্ঞান বাৰু তাৰ কম; কিন্তু অৰ্পিতাইতো সৰুৰেপৰা জানে তাইৰ ঘৰখনৰ 'গোড়ামি'ৰ কথা। এয়া বাৰু নলিনীৰ অন্তৰত অন্তদিনে পুহি অহা জুইকুৰাই অৰ্পিতাৰ মাজেৰে প্ৰকাশ হৈছে নেকি? কিন্তু কি হ'ব? এই

জুইয়েই যে আকৌ পুৰি পেলাব দুখন হৃদয়ৰ স্নেহৰ পাপৰি— হ'ব পাৰে তাতোকৈয়ো সাংঘাতিক কিবা। ঠিক পৰমাৰ দৰে প্ৰিয়ব্ৰতকো...।

ঃ মা, কি ভাবিছা? — অৰ্পিতাই মাকক গাত ধৰি জোকাৰি দিলে। — প্ৰিয়ৰ গানে চাগৈ তোমাক গাভৰু জীৱনলৈ ওভতাই নিছে, নহয়নে?

উচপ খাই উঠিল নলিনী। সেমেকি উঠা চকুপানী মচি ক'লে— প্ৰিয়ই সঁচাইৰে ভাল গান গায়।

ঃ মা...। এইবাৰ মাকক সাবটি ধৰিলে অৰ্পিতাই। — সঁচাকৈয়ে কোৱাচোন তুমি বাৰু আমাকবেয়া পাইছা নেকি? এইবোৰ অন্যায়কাৰী জাতৰ বিচাৰ, সামাজিক বৈষম্যতকৈ মানুহ জানো ডাঙৰ নহয়? মই প্ৰিয়ৰ লগত বিয়া হ'লে যিমান সুখী হ'ব পাৰিম, সিমান পাৰিম জানো তোমালোকে বিচাৰি দিয়া অচিনাকি মানুহ এজনৰ লৈতে সুখী হ'ব? মই সুখী হোৱাতো তুমি নিবিচৰানে?

নলিনীয়ে মুখেৰে একো নক'লে। অৰ্পিতাক সাবটি ধৰি ভাবিলে— [illegible]তো তেওঁ গোটেই জীৱনজুৰি ভুগি থকা দহনৰ জ্বালা অৰ্পিতাই কিয় ভুগিব? নলিনী আছিল অন্ধ যুগৰ বন্দিনী নাৰী। কিন্তু অৰ্পিতা আজিৰ ছোৱালী। আজিৰ নাৰী ৰাষ্ট্ৰৰ নেত্ৰী হৈছে। কুসংস্কাৰৰ জীয়াতু ভুগিবলৈ অৰ্পিতাক তেওঁ এৰি নিদিয়ে, নিদিয়ে প্ৰিয়ব্ৰতক পৰমাৰ দৰে বলি হ'বলৈ। তেওঁ জীৱন দি হ'লেও দুয়োকে সহায় কৰিব।

ঃ শুনা— নলিনীৰ কণ্ঠস্বৰ বৰ গম্ভীৰ। — তুমি ট্ৰেইনিঙলৈ যোৱা আৰু সুন্দৰভাৱে জীৱনত প্ৰতিষ্ঠিত হোৱাৰ চেষ্টা কৰিবা। আৰু তই...। — অৰ্পিতাৰ কাণে চালে তেওঁ— কোনো কাৰণতে মিছাতে সময় নষ্ট নকৰি ভালদৰে পৰীক্ষা দিয়াৰ কথা চিন্তা কৰ। অহা বছৰ তোৰ অন্তিম পৰীক্ষাৰ বছৰ। ঘৰত যেন ঘুণাক্ষৰেও এই কথাৰ উমান নাপায়। কিন্তু ইয়াৰ মাজতো প্ৰয়োজন হ'লে তুমি তাইক যিকোনো সময়তে আপোন কৰি লোৱাৰ বাবে সাজু থাকিব লাগিব। পাৰিবানে?

প্ৰিয়ই নলিনীৰ ভৰি চুই সেৱা কৰিলে— আপোনাৰ আশীৰ্বাদ হ'লে মই সাজু আছো।

ঃ মোৰ জীৱনত যদি অলপো পুণ্যৰ ফল আছে তেন্তে সেয়া তোমালোকৰ মঙ্গলৰ বাবে অৰ্পণ কৰিলো। ঈশ্বৰে সততে তোমালোকক সকলো বিপদৰপৰা ৰক্ষা কৰক। নলিনীয়ে প্ৰিয়ৰ মূৰত হাত থৈ ক'লে।

ভাৱাক্ৰান্ত মন এটা লৈ আলুকবাৰীলৈ যোৱা নলিনীয়ে এটা দুঃসাহসী মন লৈ ঘূৰি আহিল ঘৰলৈ। ইমানদিনে বোবা নলিনীৰ এইবাৰ মাত ওলাল। মন কমা সক ল'বা

ললিতক সামান্য দোষতে সৌকাৰে কোবাইছিল পুৰ্ণেন্দুৱে। নলিনীয়ে গৈ থাপ মাৰি ধৰিলে— কিয় মাৰিছ তাক?

মাকৰ মূৰ্তি দেখি থতমত খালে পুৰ্ণেন্দুৱে— তুমি দেখা নাই সি জপনাখন মেলি অহা বাবে দমৰাটো সোমাই কঠিয়াডৰাত মুখ দিলেহেঁতেন?

ঃ কিন্তু দিয়াতো নাই। তোক এইডালেৰে এচাট মাৰিলে কেনে পাবি?

বাৰাণ্ডাত গুৰ গুৰি টানি বহি থকা দেউতাকে পুতেকক ঠাট্টা কৰি সুধিলে— 'বাঃ, আজিকালি মাৰে পাকঘৰৰ বাহিৰখনতো চকু দিবলৈ ক'ৰবাত ট্ৰেইনিং লৈ আহিছে নেকি?'

পৰীক্ষাত ভাল নম্বৰসহ উত্তীৰ্ণ হৈ অৰ্পিতা ফাইনেলৰ বাবে সাজু হ'ল। ট্ৰেইনিঙৰ পিছত প্ৰিয়ব্ৰতে হাইদৰাবাদত জইন কৰা বুলি খবৰ পাই নলিনী আশ্বস্ত হৈছিল। অৰ্পিতাৰ পৰীক্ষালৈ একো নঘটে বুলি নলিনীৰ বিশ্বাস আছিল। কিন্তু হঠাতে এটা খেলিমেলিয়ে পৰিস্থিতি সলাই পেলালে। পূজাৰ বন্ধত কবিতা গিৰিয়েক আৰু ল'ৰা-ছোৱালী দুটাৰে ঘৰলৈ আহিছিল। বন্ধত ঘৰলৈ আহি মাহীয়েকক পাই ল'ৰা-ছোৱালীহালৰ মহা আনন্দ। যোৱাৰ আগতে কবিতাই কেইদিনমানৰ বাবে অৰ্পিতাক ঘৰলৈ নিয়াৰ অনুমতি বিচাৰি দেউতাকক সুধিবলৈহে পালে, সকলোকে আচৰিত কৰি দেউতাকে ক'লে— 'তাই যাব নোৱাৰে, অহা সপ্তাহত তাইক চাবলৈ নগাঁওৰ জীৱেশ্বৰ খাউণ্ডৰ পৰিয়াল আহিব। ল'ৰা ইঞ্জিনিয়াৰ, আমেৰিকাত থাকে। হয়তো অহা মাহত বিয়াৰ দিনো ল'ব লগা হ'ব পাৰে।'

ঃ 'অৰ্পিতাৰ বিয়া? অথচ আপুনি আমাক আজিলৈ একোকে কোৱা নাই।' — অবাক হৈ জোঁৱাই প্ৰাঞ্জলে ক'লে।

ঃ হঠাতে খবৰটো পালো। মই মত দিছোৱেই। দবাৰ পছন্দই শেষ কথা। আৰু এইবোৰ আগতীয়াকৈ কোৱাৰ প্ৰয়োজন আছে বুলি নাভাবো। বিয়া হ'লেতো নিমন্ত্ৰণ পাবাই। এই বুলি নিজৰ ৰসিকতাত নিজেই হাঁহিলে হিৰণ্য গোস্বামীয়ে।

কবিতা আৰু প্ৰাঞ্জলৰ মুখ ক'লা পৰি যোৱাই নহয়, অত্যন্ত অপমানিত বোধ হ'ল প্ৰাঞ্জলৰ।

ঃ কবিতা ওলোৱা, কলি-বাবা, যোৱা কাপোৰ সামৰা। আমি এতিয়াই যাওঁগৈ। — এইবুলি তেওঁ যাবলৈ ওলাল।

এইবাৰ উভতি ধৰিলে অৰ্পিতাই— ভিনদেউ ৰ'ব। দেউতাক সুধি চাওঁ তেওঁ মোৰ বিয়া পাতিব খুজিছে নে নিজৰ। যদি মোৰ বিয়া পাতিব খুজিছে, তেন্তে মোক সোধাৰ প্ৰয়োজন নাই নেকি?

হিৰণ্য গোস্বামীয়ে গোটেই জীৱনতে বোধকৰো কাৰোবাৰপৰা এনে ব্যৱহাৰ আশা কৰা নাছিল। বিশেষকৈ জীয়েকৰ পৰা। বলিয়াৰ দৰে তেওঁ অৰ্পিতালৈ প্ৰশ্ন দি আহিল— কি কলি। বিয়া পাতিবলৈ তোক সুধিব লাগিব?

গালত পৰা প্ৰচণ্ড চৰটো নিৰ্বিবাদে হজম কৰি অৰ্পিতাই ক'লে— নিশ্চয় লাগিব।

ঃ এম.এ. পঢ়ি নিজকে বৰ ডাঙৰ হ'লি বুলি ভাবিছ? কবিতাৰ বিয়াত মই তাইৰ মত লৈছিলোনে?

ঃ আপোনাৰ জমিদাৰী শাসন মানি ল'বলৈ মই কবিতা নহয়, অৰ্পিতাহে। আপুনিও মনত ৰাখিব।

আৰু এটা চৰ দাঙিছিল গোস্বামীয়ে। কবিতাই তাইক টানি আনিলে। কন্তেকতে ঘৰৰ পৰিস্থিতি গোমা হৈ পৰিল। প্ৰাঞ্জলৰ কথামতে কবিতাই ল'ৰা-ছোৱালী দুটাক লৈ ওলাই গ'ল। ভাবিছিল এবাৰ হ'লেও দেউতাকে বাধা দিব; কিন্তু দেউতাকৰ নিৰ্বিকাৰ মূৰ্তি দেখি মাকক মাত দিয়েই সিহঁত ওলাই গ'ল। শিলৰ মূৰ্তিৰ দৰে নলিনীয়ে নিৰ্বিকাৰে সহি গ'ল। কাকো একো নক'লে। অৰ্পিতা নিজৰ কমত সোমাল। হিৰণ্য গোস্বামীয়ে ঘৈণীয়েকৰ ফালে চাই ক'লে— 'তাইক বুজাবা...। মোৰ কথা অমান্য কৰিলে কথা বেয়া হ'ব, বুজিছা।'

সঁচাকৈয়ে ৰাতি বুকুৰ মাজত সাবটি ধৰি অৰ্পিতাক বুজাইছিল নলিনীয়ে— ধৈৰ্য্য আৰু সংযম দুয়োটাৰে অতি প্ৰয়োজন এই ৰণ জিকিবলৈ। লগতে অভিনয়বো। মনং ধুমুহা মনতে সামৰি বাহিৰত হাঁহিৰ অভিনয় কৰি দেউতাৰ আৰু দৰা পক্ষ কাৰো মনত সন্দেহৰ চাঁটোও নপৰাকৈ চলিব লাগিব। আৰু ইতিমধ্যে প্ৰিয়ব্ৰতৰ লগতে যোগাযোগ কৰি সিদ্ধান্ত লোৱাৰ ব্যৱস্থা কৰিব লাগিব।

অৰ্পিতাই মাকৰ কথা মানি লৈছিল। ছোৱালীজনীৰ জেদৰ লগত পৰিচিত দেউতাকে পৰিস্থিতিৰ অৱনতি হ'ব বুলি ভাবিছিল যদিও অৰ্পিতাৰ সহজ ব্যৱহাৰ, আনকি চাবলৈ অহা দৰাপক্ষৰ মানুহৰ লগত ছোৱালীসুলভ লাজকুৰীয়া ব্যৱহাৰ, দেউতাকৰ ওপৰতো কোনো ক্ষোভ নকৰাকৈ কৰা স্বাভাৱিক ব্যৱহাৰ দেখি আচৰিত হ'ল। ছোৱালীজনীক সেইদিনা অনৰ্থক চৰটো মৰাৰ বাবে তেওঁৰ আফচোচ হোৱাৰ লগতে

সেই শাসনে যে তাইক দেউতাকৰ অধিকাৰ সম্পৰ্কে বুজাবলৈ সক্ষম হ'ল, তাকে ভাবি তেওঁ উৎফুল্লিত হ'ল। বিশেষকৈ ছোৱালী চাই যোৱাৰ দুদিন পিছতে দৰা নিজে আহি এমাহৰ ভিতৰতে বিয়াৰ দিন ঠিক কৰাৰ কথা আৰু দুমাহৰ ভিতৰতে অৰ্পিতাক আমেৰিকালৈ লৈ যোৱাৰ ব্যৱস্থা কৰাৰ কথা শুনিগৌৰৱত বুকু ফুলি উঠিল।

যিমান পাৰি ক্ষিপ্ৰতাৰে হিৰণ্য গোস্বামীয়ে বিয়াৰ বাবে যাৱতীয় যা-যোগাৰৰ কাম আৰম্ভ কৰিলে। নলিনী ভিতৰি ভিতৰি উদ্বিগ্ন হ'ল যদিও বাহিৰত তাৰ কিঞ্চিৎমানো প্ৰতিফলন নঘটিল। ভিতৰি উপায় বিচাৰি হাহাকাৰ কৰি থাকোতে হঠাতে বাঞ্চাৰামৰ কথা মনত পৰি কিবা এটা পাৰ পোৱা যেন অনুভৱ হ'ল তেওঁৰ। বাঞ্চাৰাম তেওঁলোকৰ ঘৰতে এসময়ত কাম কৰা যদুৰামৰ ল'ৰা। যদুৰামৰ মুখত তাৰ চোকা বুদ্ধি-বৃত্তিৰ কথা শুনি নলিনীয়ে তাক স্কুলত পঢ়িবলৈ সহায় কৰাৰ উপৰিও কবিতাৰ কিতাপবোৰ দিও সহায় কৰিছিল। যদুৰামে বাঞ্চাক নলিনীকে মাতৃজ্ঞান কৰিবলৈ শিকায় বিছৰে-পূজাই সেৱা কৰাবলৈ আনিছিল। মেট্ৰিক পাছ কৰাৰ পিছতে হঠাতে বাপেক ঢুকুৱাৰ বাবে তাৰ আৰু কলেজত পঢ়া নহ'ল। ডাঙৰ ল'ৰা হিচাপে সি সৰু দোকান এখনকে দি ঘৰখন কোনোৰকমে চলাই থাকিল। পঢ়া-শুনাৰ লগতে বুদ্ধিতো চোকা বাঞ্চাৰামে দোকানখনৰপৰাই ভনীয়েক দুজনীকো বিয়া দিলে। এতিয়া সি পি.চি.অ. এটাৰো গৰাকী।

বিয়াৰ দিন লোৱাৰ পৰাই হিৰণ্য গোস্বামীৰ গাত তত্ নোহোৱা অৱস্থা। ঘৰত চুণ-তেল দিয়া, ফাৰ্ণিচাৰৰ অৰ্ডাৰ দিয়া আদি কামত তেওঁ ব্যস্ত হৈ পৰিল। দুই ভায়েক আৰু বোৱাৰীয়েহঁতেও বিয়াৰ কাম-বনত আগভাগ লোৱা দেখি নলিনীয়েও দেখাকৈ সহযোগিতা কৰাৰ বাবে বাধ্য হ'ল। কাম কৰা মানুহ, বিয়াৰ খবৰ কৰা মানুহ আদিৰে উদুলি-মুদুলি ঘৰত গিৰিয়েক নথকাৰ সুযোগ লৈ বাঞ্চাক মতাই আনি লুক-ঢাক নকৰাকৈ সকলো কথা খুলি কৈ সহায় খুজিলত বাঞ্চা হতবাক হৈ পৰিল। তাৰ জীৱনত এই মাতৃসমা নাৰীগৰাকীয়ে কৰা সহায়ৰ কিঞ্চিৎমানো প্ৰতিদান দিব পৰাৰ সুযোগ অহাত সি তাক প্ৰাণ দি হ'লেও পূৰণ কৰাৰ প্ৰতিশ্ৰুতি দি বিদায় ল'লে। নলিনীয়ে চিন্তা কৰা ধৰণেই সকলো কাম আগবাঢ়িল। প্ৰিয়ব্ৰতৰ সৈতে যোগাযোগৰ সকলো সুবিধা কৰাই নহয়, প্ৰিয়ব্ৰত আহিলে নিৰাপদে থকাৰ আৰু বিয়াৰো সকলো ব্যৱস্থা সুচাৰুৰূপে কৰি পেলালে বাঞ্চাৰামে।

নিৰ্দিষ্ট দিনতো আহিল। আগদিনাই প্ৰিয়ব্ৰত আহি পোৱাৰ আৰু গুৱাহাটীৰপৰা ফ্লাইটত টিকট কৰি অহাৰ খবৰো পাই নলিনী আশ্বস্ত হ'ল। ৰাতি শুৱৰ সময়ত নলিনীয়ে

বাকচ খুলি পুৰণিকলীয়া গহনাৰ টোপোলা এটা উলিয়ালে। সেয়া নলিনীৰ জীৱনত একমাত্ৰ ভালপোৱা আইতাকৰ দান। দেউতাকৰ কোনো বস্তুকে নিবলৈ অস্বীকাৰ কৰা অৰ্পিতাক নলিনীয়ে এইখিনি বস্তু তেওঁৰ একান্ত নিজৰ সম্পত্তি আৰু আশীৰ্বাদ বুলিয়েই নিবলৈ ক'লে। গোটেই ৰাতি অৰ্পিতাক বুকুত সাৱটি ধৰি প্ৰয়োজনীয় বহুত কথাই কৈ সুধিলে— 'জানো তোৰ মনোবল অতি দৃঢ়। তথাপি বাৰু প্ৰিয়ব্ৰতৰ বাবে যিকোনো বিপদকালতো ধৈৰ্যৰে থিয় হ'ব পাৰিবিনে?'

মাকৰ কথা শুনি শুনি অৰ্পিতাৰ দুচকু ভৰি আহিছিল। চকুলো মচি মাকক সাৱটি ধৰি তাই ক'লে— 'পাৰিম মা, তুমি মাথোঁ আমাক আশীৰ্বাদৰপৰা বঞ্চিত নকৰিবা।'

শেষ ৰাতি টোপনি যোৱা অৰ্পিতাৰ কপালত চুমা খাই নলিনীয়ে নেদেখাজনক প্ৰাৰ্থনা কৰিলে— 'হে অন্তৰ্যামী, মোৰ জীৱনৰ সকলো দুখৰ বিনিময়ত তুমি মোৰ আলীজনীৰ জীৱন প্ৰেম আৰু শান্তিৰে ভৰাই তোলা।'

পুৱা গা-পা ধুই সকলোকে চাহ-জলপান দি নলিনীয়ে অৰ্পিতাৰ সৈতে হৰগৌৰী মন্দিৰত সেৱা কৰি আহিবলৈ ওলাই গ'ল। মাকৰ কথামতে অৰ্পিতাই দেউতাক আৰু খুড়াকহঁতকো মাত লগালে। জীয়েকৰ সুমতি হোৱা বুলি গোস্বামীয়ে তৃপ্তিৰ হাঁহি মাৰিলে।

বাঞ্চা আৰু প্ৰিয়ব্ৰত মন্দিৰৰ কাষতে বৈ আছিল। প্ৰিয়ব্ৰতৰ পিন্ধনত বগা পাঞ্জাবী পায়জামা। অৰ্পিতাই আগবাঢ়ি গৈ প্ৰিয়ব্ৰতৰ হাতত ধৰিলে। দুয়োৰে চকু উপচি পৰিল। প্ৰিয়ব্ৰতে আগবাঢ়ি আহি নলিনীক সেৱা কৰিলে। নলিনীয়ে ইফালে-সিফালে চাই দুয়োকে লৈ মন্দিৰত সোমাল। আওহতীয়া ঠাইত অৱস্থিত এইটো মন্দিৰলৈ কাচিৎহে মানুহ আহে বাবে বাঞ্চাই ইয়াতে সকলো ঠিক কৰি থৈছিল। নলিনীয়ে ক্ষিপ্ৰতাৰে দুগছ বন্তি আৰু ধূপ জ্বলাই দুয়োকে লৈ সেৱা কৰিলে। তাৰ পিছত বেগৰপৰা দুটা আঙুঠি উলিয়াই ইজনে-সিজনক পিন্ধাই দিবলৈ কৈ পুনৰ সেৱা কৰাই দুয়োকে সাৱটি ধৰি ক'লে— আজিৰপৰা তোমালোক পতী-পত্নী হ'লা। উভয়ে উভয়ৰ প্ৰতি বিশ্বাস আৰু আস্থাত বিচলিত থাকিবা। মোৰ জীৱনত যদি সামান্য পুণ্য আছে সেই আশীৰ্বাদে তোমালোকক সততে ৰক্ষা কৰিব।

অৰ্পিতাৰ মূৰত দীঘলকৈ ওৰণিখন টানি দি নিজেও ওৰণিৰে আঁৰ লৈ বাঞ্চাৰ নিৰ্দেশমতে অলপ আগবাঢ়ি গ'ল তেওঁলোক। আধাৰক্তা ঘৰ এটাৰ আগত কাৰ এখন বৈ আছিল। বাঞ্চাই আগতে সাজু কৰি থোৱা ছুটকেচ দুটা গাড়ীত তুলি দিলে। এইবাৰ অৰ্পিতাই মাকক সাৱটি ধৰি চিঞৰি কান্দি উঠিল। প্ৰিয়ব্ৰতে হাতত ধৰি অৰ্পিতাক তুলি দি নিজেও উঠি বহিল। বাঞ্চাৰ ইংগিতত ড্ৰাইভাৰে গাড়ী ষ্টাৰ্ট কৰিলে। গাড়ীখনৰ ফালে চাই থকা নলিনীৰ দুচকু পানীৰে উপচি পৰিল।

গাড়ীখন নেদেখা হোৱালৈ বহুত দেৰি চাই থাকিল নলিনীয়ে। বাঞ্চাই অট'ৰে থৈ আহিব খুজিছিল। অলপ পিছত অকলেই যাব বুলি নলিনীয়ে তাক পঠিয়াই দি মন্দিৰত সোমাল। বহুত দেৰি মন্দিৰৰ বিগ্ৰহৰ আগত বহি থাকিল নলিনী। তেওঁৰ বুকুখন যেন পাতল পাতল লাগিল। ইমানদিনে বুকুৰ মাজত কঢ়িয়াই লৈ ফুৰা এক অতৃপ্ত আত্মাৰ কান্দোনৰ যেন আজি পৰিসমাপ্তি ঘটিল এনে লাগিল।

ধীৰে ধীৰে নলিনীয়ে ঘৰৰ ফালে খোজ দিলে। তেওঁৰ মন শংকা শূন্য, নিৰুদ্বেগ। অলপতে তেওঁৰ মূৰৰ ওপৰলৈ আহিবপৰা প্ৰচণ্ড ধুমুহাৰ প্ৰতিও যেন কোনো ভ্ৰূক্ষেপ নাই। নলিনীৰ ভাব হ'ল তেওঁ যেন আজি অকলশৰীয়া নহয়। তেওঁৰ খোজত খোজ মিলাই কোনোবা এজন আহি আছে। সেই খোজ নলিনীৰ চিনাকি। ত্ৰিশ বছৰ আগতে হেৰুওৱা পৰমাক আজি তেওঁ ঘূৰাই পাইছে। লাহেকৈ হাতখন আগবঢ়াই দি পৰমাৰ হাতত ধৰি নলিনীয়ে ফুচফুচাই মাতিলে— 'আহা পৰমা!' ❑